মাতৃ দেবীৰ

শ্ৰীচৰণ উদ্দেশে

অভাজন পুত্ৰৰ

ভক্তিৰ উচৰ্গা

তৰুণ

# প্ৰকাশকৰ নিবেদন

এই স্তুতি-পদখিনি দেশভক্ত শ্ৰীযুক্ত তৰুণৰাম ফুকন দেৱে, তেখেতে যেতিয়া মহাত্মা গান্ধীৰ "অসহযোগিতা" আন্দোলনত যোগ দিয়াৰ হেতুকে এবছৰকাল শিলচৰ জেইলত বাস কৰিছিল, তেতিয়া লিখে। তেখেতে নিজেই প্ৰকাশ কৰিবলৈ তাক ৰাখি থৈছিল। কিন্তু কথাপ্ৰসঙ্গত মই প্ৰকাশ কৰিবলৈ ইচ্ছা কৰাত তেখেত বৰ আনন্দেৰে এই ভাৰ মোক গতাই দিয়ে। আজৰি পৰৰ লগৰীয়া স্বৰূপে সকলোৱে একোখনি লৈ পুথিখনিলৈ বিশেষ আদৰ দেখুউৱাব বুলি আশা কৰিলোঁ।।

১৮ ডিচেম্বৰ, ১৯২৬

শ্ৰীদুৰ্গাধৰ বৰকটকী

# সূচী।

# স্তুতি-মালা।

## ইষ্টদেৱ স্তুতি।

অজ্ঞান আন্ধাৰে সদা ঢাকি আছে মোৰ মন
দিয়া প্ৰভু জ্ঞানৰ পোহৰ ;
ভক্তিহীন মূঢ়মতি তুমি বিনে নাই গতি
অন্ত কৰা মায়াৰ মোহৰ।
দুখ যদি আহে প্ৰভু কাতৰ নহওঁ যেন
ভাবোঁ জানো তোমাৰেসে দান ;
তোমাৰ চৰণ চাই মনে জানো বল পাই
তোমাতেই মজি থাকে মন।
বিষয়তো থাকি যেন তোমাত নুগুছে ৰতি
সত্য বস্তু পাওঁ দৰশন ;
সত্যৰ কাৰণে যেন সুখ ভোগ পৰিহৰি
লব পাৰোঁ সাৱটি মৰণ।
মৰণৰ ভয়ে প্ৰভু মনক ব্যাকুল কৰে
মায়াই আকুল কৰে প্ৰাণ ;
ইতো দেহা যদি যাই আত্মাৰ মৰণ নাই
দিয়া প্ৰভু এই সজ জ্ঞান।

কৰ্ম্ম সদা কৰোঁ যেন কৰ্ত্তব্য পথক চাই
ফল আশা কৰ্ম্মৰ বন্ধন ।
আকুল আতুৰ ভৈলোঁ মায়াৰ মোহত পৰি
কৰা প্ৰভু মায়াৰ নিৰ্জ্জান ॥

## শ্ৰীমধুসূদন স্তোত্ৰ ।

দুৰ্ঘোৰ সংসাৰ মায়া কিমতে গুছাম প্ৰভু
দিয়া মোক এই সজ জ্ঞান ;
কাল মায়া টোপনিত অচেতনে আছোঁ পৰি
ৰক্ষা কৰা শ্ৰীমধুসূদন ।
তুমি বিনে গতি নাই তুমিসে শৰণ মোৰ
পাপপঙ্কে পৰি যায় প্ৰাণ ;
কৃপা কৰা হে হৰি চৰণে শৰণ মাগোঁ
ৰক্ষা কৰা শ্ৰীমধুসূদন ।
পুত্ৰ দাৰা গৃহ আদি মায়াই মুহিছে মোক
বিষয়তে সদা মোৰ মন ;
বিষয় বিষৰ জালে জলা-কলা ইতো দেহা
ৰক্ষা কৰা শ্ৰীমধুসূদন ।

ভক্তিহীন মূঢ়মতি সদায় পাপত ৰতি
দুখ শোকে পীড়ে ঘনে ঘন ;
সহায় সাৰথি হীন ৰোগে শোকে দেহা ক্ষীণ
ৰক্ষা কৰা শ্ৰীমধুসূদন।
অহা যোৱা মাত্ৰ সাৰ নাই তাৰ পাৰাপাৰ
লভি জন্ম পুনৰ মৰণ ;
শ্ৰান্ত ভৈলোঁ হে হৰি চৰণে চপাই ধৰি
ৰক্ষা কৰা শ্ৰীমধুসূদন।
অশেষ গৰ্ভত বাস ভাবি মনে লাগে ত্ৰাস
জন্ম দুখ মৰণ সমান ;
জঠৰ যন্ত্ৰণা অতি গুচুৱাহা জগপতি
ৰক্ষা কৰা শ্ৰীমধুসূদন।
বিবুধিত পৰি স্বামি শৰণ পশিলোঁ আমি
তুমি হৰি প্ৰপন্ন তাৰণ ;
পাৰ কৰা দুখসিন্ধু অনাথ জনৰ বন্ধু
ৰক্ষা কৰা শ্ৰীমধুসূদন।
দুনাই নকৰোঁ বুলি দুনাই দুনাই কৰি
কৰি আছোঁ পাপ অগণন।
সি পাপসাগৰ হন্তে পাৰ কৰি কৃপাময়
ৰক্ষা কৰা শ্ৰীমধুসূদন।
সুকৰ্ম্মত নাহি মতি কুকৰ্ম্মত সদা ৰতি
সংসাৰত মজি আছে মন ;

মোহমায়া দূৰ কৰি চৰণে চপাই ধৰি
ৰক্ষা কৰা শ্ৰীমধুসূদন।
পশু পক্ষী আদি কৰি বহু জন্ম লভি আছোঁ
কোটী কোটী জনম মৰণ;
আদি অন্ত নাই তাৰ তোমাকে কৰিছোঁ সাৰ
ৰক্ষা কৰা শ্ৰীমধুসূদন।
ভয়ত কাতৰ হই বলকি ফুৰিছোঁ প্ৰভু
উত্ৰোৱল সদা মোৰ মন;
মোৰ সম অল্পমতি নাই আৰু জগপতি
ৰক্ষা কৰা শ্ৰীমধুসূদন।
আৰু যদি জন্ম পাওঁ তোমাতে শৰণ লওঁ
তুৱা পাৰে ভক্তি অনুক্ষণ।
এয়ে যেন মোৰ হয় কৃপা কৰা দয়াময়
ৰক্ষা কৰা শ্ৰীমধুসূদন।
চন্দ্ৰ সূৰ্য্য গ্ৰহ আদি ঘূৰি ঘূৰি ফুৰে সবে
সি সবৰো কৰ্ম্মৰ বন্ধন;
যি জনে তোমাত প্ৰভু একান্তে শৰণ লয়
ৰাখা তাক শ্ৰীমধুসূদন।
এতেকে পৰমেশ্বৰ দাস ভৈলোঁ চৰণৰ
লোৱা প্ৰভু দেহ প্ৰাণ মন;
চৰণ ছত্ৰৰ ছাঁয়া দিয়া দূৰ কৰা মায়া
ৰক্ষা কৰা শ্ৰীমধুসূদন।

শুকদেৱে ৰচা ইতো　　শ্ৰীমধুসূদন স্তুতি
　　ভণো ময় কিঙ্কৰ তৰুণ ;
প্ৰভু তুমি আশুতোষ　　বঢ়া টুটা শত দোষ
　　ক্ষমিয়োক শ্ৰীমধুসূদন ॥

## গুৰু স্তুতি।

অখণ্ড মণ্ডলাকাৰ　　ব্যাপি আছে চৰাচৰ
　　আদি অন্ত মাজ নাই যাৰ ;
অব্যক্ত ঈশ্বৰ ৰূপ　　সাক্ষাৎ কৰায় যেয়ে
　　সেই গুৰুপদে নমস্কাৰ।
অজ্ঞান আন্ধাৰে যেবে　　দৃষ্টি ৰোধ কৰি ৰাখে
　　নাই শক্তি তত্ত্ব দেখিবাৰ ;
জ্ঞানৰ পোহৰ দিয়া　　স্বৰূপ দেখায় যেয়ে
　　সেই গুৰুপদে নমস্কাৰ।
নমো নমো গুৰুদেৱ　　ঈশ্বৰ স্বৰূপে প্ৰভু
　　যাৰ বাক্য অমৃত সমান ;
যাক পিয়া মূঢ় নৰে　　সংসাৰ সাগৰ তৰে
　　সেই গুৰুপদে নমস্কাৰ।
নমো গুৰু কৃপাময়　　কৃপাৰ সাগৰ তুমি
　　তুমি দেৱ জ্ঞানৰ মূৰতি ;
তোমাৰ চৰণপদ্মে　　ভক্তি যেন থাকে সদা
　　কৰোঁ প্ৰভু কাতৰে মিনতি।

# গোপাল স্তোত্র।

নবীন নীৰদ শ্যাম বৰ্ণে দেহ অনুপাম
সুনীল কমল যেন আঁখি;
বল্লবি নন্দন হৰি চায় চক্ষু টেৰ কৰি
মুখে অল্প মনোহৰ হাঁসি।
সুনীল কুঞ্চিত কেশ মধুৰ মোহন বেশ
গলে শোভে বনমালা কত;
কাণত কুণ্ডলকান্তি হিয়াত মুকুতাপান্তি
বিমোহিত ব্ৰজবাসী যত।
স্বৰ্ণৰ কিৰীটি শীৰে বায়ু আসি অতি ধীৰে
পীতাম্বৰ দোলায় সঘনে;
গোপীৰো হৃদয় মন দোলে লগে ঘনে ঘন
প্ৰেমভাব উপজিয়া মনে।
মধুৰ বংশীৰ ধ্বনি সবে শুনে তব্ধ মানি
গোপীৰ আকুল কৰে প্ৰাণ;
আনন্দে যশোদা আই চাৰি ভিতি ঘূৰি চাই
কৃষ্ণ বিনে নেদেখয় আন।
পিন্ধিছে বিচিত্ৰ বাস কৰি অতি লয়লাস
কৃষ্ণ বিনে নাই চিন্তা আন;
মোহিত গোপৰ বধূ পিয়ে মুখপদ্মমধু
কটাক্ষে মোহিত কৰি প্ৰাণ।

গোপশিশু সমে মিলি যমুনাত কৰে কেলি
ধেনু চাৰি কৰে কত খেলা ;
শীতল কদম তলে ধীৰে যেবে বায়ু বলে
থাকে তাতে শুতি কতো বেলা।
ৰত্নগিৰি ওচৰত ৰত্নাসন ওপৰত
বহি থাকে সময়ত গই ;
গোবৰ্দ্ধন বিতোপন তাতো বহি বহু ক্ষণ
থাকে ৰাস ৰসোৎফুল্ল হই।
ইন্দ্ৰে যেৱে বাৰে বাৰে বৰষিলে ধাৰাসাৰে
হোৱে যেন জলৰ প্লাৱন ;
হাঁসি তেবে চক্ৰপাণি নিবাৰিলা তুচ্ছ মানি
বাওঁ হাতে ধৰি গোবৰ্দ্ধন।
মধুৰ বেণুৰ ৰৱে হেম্বেলায় ফুৰে সবে
দামুৰি সহিতে যত গাই ;
কৃষ্ণৰ চৌপাশে ঘূৰি কাণ থিয় কৰি কৰি
চায় কৃষ্ণ তুনাই তুনাই।
দণ্ডপাশ হাতে ধৰি গোপগণে আছে বেঢ়ি
গোপিনী সকলে গীত গাৱে ;
নাৰদাদি ঋষি মানে সুললিত নামগানে
স্তুতিবাদ কৰে পৰি পাৱে।
সহস্ৰ বছৰ ধৰি কঠোৰ তপস্যা কৰি
অন্ত যাৰ গোপীয়ে নাপায় ;

স্নেহত যশোদা মাৱে ভক্তিত গোৱাল ছাৱে
প্রণয়ত গোপিনীয়ে পায়।
ভক্তি হীন শ্রদ্ধা হীন ময় মূঢ় অতি দীন
পূজা মন্ত্র নাজানো কিঞ্চিৎ;
তথাপি তোমাৰে দাস হেন জানি জগবাপ
তুৱা পাৱে নকৰা বঞ্চিত।

## পিতৃ স্তোত্র।

তোমাৰ চৰণপদ্ম আৰাধ্য আমাৰ
তুমি দেৱ জন্মৰ কাৰণ;
নির্ম্মল জ্ঞানৰ দাতা তুমি গুৰু মোৰ
সেৱা কৰোঁ তোমাৰ চৰণ।
প্রাণৰো অধিক দেখা পুত্ৰক তোমাৰ
তুমি সর্ব্ব সুখৰ নিদান;
আশুতোষ শিৱৰূপী ঈশ্বৰ সমান
পৰি কৰোঁ চৰণ বন্দন।
অপৰাধ ক্ষমা কৰা দয়াশীল তুমি
তযু কৃপা অসীম অপাৰ;
দুর্ল্লভ মানব জন্ম তোমাৰে কাৰণ
পাৱে পৰি কৰোঁ নমস্কাৰ।

পিতা ধৰ্ম্ম পিতা স্বৰ্গ পিতায়েসে তপ
পিতৃ ভক্তি মুক্তিৰ কাৰণ ;
পিতৃদেৱ তুষ্ট হলে তুষ্ট সৰ্ব্ব দেৱ
জানি পদে পশিলোঁ। শৰণ।

## মাতৃ স্তুতি ।

দয়াৰ জীৱন্ত মূৰ্ত্তি ত্যাগৰ প্ৰতিমা
পুত্ৰৰ আৰাধ্যা তুমি আই ;
ঈশ্বৰী স্বৰূপা তুমি তুৱা পাৱ সেবি
জীৱন্ততে মোক্ষ পদ পাই।

---

## কৃষ্ণনাম স্তুতি ।

গোকুলৰ প্ৰাণ হৰি গোপীৰ বল্লভ।
গোতমীৰ প্ৰিয় প্ৰভু যোগীৰ সুলভ॥
নাৰায়ণ নৰবীৰ নিৰঞ্জন হৰি।
নৰসিংহ নাগনাথ নৰকান্ত কাৰী॥
পীতাম্বৰ পদ্মনাভ পতিত পাবন।
পৰম পৱিত্ৰ শিৱ সত্য সনাতন॥
ৰঘুৰ নন্দন তুমি ৰাবণৰ অ'ৰি।
নমস্কাৰ কৰোঁ। প্ৰভু চৰণত পৰি॥

বিশ্বেশ্বৰ বিশ্বৰূপ বিঠ্‌ল বামন।
বাসুদেব বনমালী বন্ধ বিমোচন॥
দামোদৰ দিব্য সিংহ দৈত্যৰ দমন।
দৈবকী হৃদয়ানন্দ নন্দৰ নন্দন॥
মুকুন্দ মুৰাৰি হৰি মুষ্টিৰ মৰ্দ্দন।
খঞ্জকেশ মহাবাহু কেশি নিসূদন॥
কেশৱ কমলাকান্ত কমলাৰ পতি।
কাতৰে কাকূতি কৰোঁ সাধা মোৰ গতি॥
ভূধৰ ভুবনানন্দ ভূতৰ ভাবন।
ভাবগম্য ভৱনাথ ভৱৰ কাৰণ॥
জগন্নাথ জনাৰ্দ্দন জাত্য বিনাশক।
জগতৰ পতি জয় জগত পালক॥
চিদানন্দ চিৎৰূপ শ্ৰীমধুসূদন।
চক্ৰধাৰী চতুৰ্ভুজ চানুৰ মৰ্দ্দন॥
শ্ৰীকৰ শ্ৰীনাথ সোম্য শ্ৰীৱৎস লাঞ্ছিত।
শ্ৰীধৰ কৰুণাময় ভকত বাঞ্ছিত॥
যোগেশ্বৰ যজ্ঞপতি যশোদা নন্দন।
যোগীৰ হৃদয়ানন্দ আনন্দ বৰ্দ্ধন॥
শালগ্ৰাম শিলাৰূপী শঙ্খচক্ৰধৰ।
সুৰাসুৰে সদা সেৱে জুৰি দুই কৰ॥
ত্ৰিবিক্ৰম তপোমূৰ্ত্তি ত্ৰিতাপ নাশন।
তুলসীৰ প্ৰিয় তুমি জগত বন্দন॥

লোকেশ্বৰ লক্ষ্মীপ্ৰিয় লীলাময় হৰি।
তৰুণে শৰণ মাগে লয়ো দাস কৰি ॥

## গুৰুমহিমা স্তব।

সুন্দৰ সুৰূপ নীৰোগ শৰীৰ
যশস্যাৰ নাই পাৰ।
গুৰুপাদপদ্মে যদি ভক্তি নাই
বিফল জনম তাৰ ॥
পুত্ৰ দাৰা ধন বান্ধৱ স্বজন
সবেও আছয় যাৰ।
গুৰুপাদপদ্মে ভক্তিহীন যদি
বিফল জনম তাৰ ॥
বেদ শাস্ত্ৰ আদি গদ্য পদ্য মানে
সদায় কণ্ঠত যাৰ।
গুৰুপাদপদ্মে ভক্তিশূন্য ভৈলে
বিফল জনম তাৰ ॥
স্বদেশে বিদেশে গণ্যমান্য সদা
আচাৰো পবিত্ৰ যাৰ।
গুৰুপাদপদ্মে ভক্তিহীন ভৈলে
বিফল জনম তাৰ ॥

ৰাজা মহাৰাজা ৰাজ চক্ৰবৰ্ত্তী
পাদ সেৱা কৰে যাৰ
গুৰুপাদপদ্মে ভক্তি যদি নাই
বিফল জনম তাৰ ॥
দাতাকৰ্ণ সম দানৰ প্ৰভাৱ
অতুল সম্পদ যাৰ।
গুৰুৰ চৰণে ভক্তি বিনে জানা
বিফল জনম তাৰ ॥
ঐশ্বৰ্য্য সম্পদ পত্নীৰো সম্ভোগ
অনাসক্ত মন যাৰ।
গুৰুপাদপদ্মে ভক্তি যাৰ নাই
বিফল জনম তাৰ ॥

## ব্ৰহ্ম স্তুতি।

জীৱৰ আশ্ৰয় হেতু মোক্ষৰো তুমিসে সেতু
তুমি প্ৰভু বিশ্ব চৰাচৰ ;
জ্ঞানময় সত্যৰূপ তুমি প্ৰভু জগভূপ
তোমাকেই কৰোঁ নমস্কাৰ।
তুমি বিনে নাই আন তুমি ব্ৰহ্ম তুমি প্ৰাণ
ব্যাপি আছা বিশ্ব চৰাচৰ ;

নিগু‍র্ণ গুণৰ বাজ আদি অন্ত নাই মাজ
তোমাকেই কৰোঁ নমস্কাৰ।
সৃষ্টি স্থিতি প্ৰলয়ৰ তুমি কৰ্ত্তা জগতৰ
নিৰ্ব্বিকাৰ তুমি পৰাৎপৰ ;
স্ৰজন পালন কৰি তুমি মাত্ৰ আছা হৰি
তোমাকেই কৰোঁ নমস্কাৰ।
তুমি অগতিৰ গতি নমো নমো জগপতি
নমো দেব জগতৰ সাৰ ;
নমো দেৱ নিৰঞ্জন শিৱ সত্য সনাতন
তোমাকেই কৰোঁ নমস্কাৰ।
অব্যক্ত ঈশ্বৰ স্বামী কিমতে ভজিবোঁ আমি
ভক্তিহীন মই দুৰাচাৰ ;
দিয়া প্ৰভু তত্ত্বজ্ঞান কৰা মোক পৰিত্ৰাণ
তোমাকেই কৰোঁ নমস্কাৰ।

# বিবেক মঞ্জৰী।

দিন্ ৰাতি গধূলি সাঁজ ৰাতি পুৱা,
জাৰ গৈ বসন্তৰ শুদা অহা যোৱা।
কালে ৰং কৰি থাকে পৰমায়ু যায়,
আশা কিন্তু লাগি থাকে তাৰ শেষ নাই

হেন জানি গোবিন্দপদে কৰা ৰতি,
গোবিন্দ গোবিন্দ ভজা মূঢ়মতি।
অন্তকে লগ পালে জানিবা মনাই,
গোবিন্দত বিনে কাৰো আন গতি নাই॥
পিঠিত ৰদৰ তাপ আগে মাথোঁ জুই,
আঠু দুটি সাবটিয়েই থাকোঁ ৰাতি শুই।
জীৰ্ণ ধৰোঁ ভিক্ষা মাগি তৰুতলে বাস,
তথাপিও নুগুচয় মোৰ ইতো আশ॥
হেন জানি গোবিন্দপদে কৰা ৰতি······ইত্যাদি
টকা কড়ি ধন্ সোণ্ দিব পাৰামানে,
মৰম কৰিব সবে আপোনাৰ জনে।
অশক্ত শৰীৰ মন পৰি থাকা যেৰে,
বাৰ্ত্তাও তোমাৰ জানা নুসুধিব কেৰে।
হেন জানি গোবিন্দপদে কৰা ৰতি···
জটা ৰাখোঁ সময়ত কেশহীন কৰোঁ,
গেৰুৱাকে আদি কৰি বহুবেশ ধৰোঁ।
পেটৰ কাৰণে ভেষ নাই তাৰ পাৰ,
দেখিও নেদেখোঁ কিন্তু অসাৰ সংসাৰ॥
হেন জানি গোবিন্দপদে কৰা ৰতি···
পঢ়ে গীতা ভক্তি ভাৱে সদা যিতো জনে,
এটুপি গঙ্গাৰ পানী খায় ভক্তিমনে।

এবাৰ বিষ্ণুৰ নাম মনে যিবা স্মৰে,
কি কৰিব পাৰে তাক যমৰ কিঙ্কৰে ॥
হেন জানি গোবিন্দপদে কৰা ৰতি…
শিথিল সকলো অঙ্গ শুভ্ৰ কেশজাল,
দাঁত নাই সোলা আৰু কেৱল কঙ্কাল।
লাখুটিত ভিৰ দিহে চলিছে ককাই,
তথাপি আশাৰ কিন্তু ওৰ পৰা নাই ॥
হেন জানি গোবিন্দপদে কৰা ৰতি,
গোবিন্দ গোবিন্দ ভজা মূঢ়মতি।
অন্তকে লগ পালে জানিবা মনাই,
গোবিন্দত বিনে কাৰো আন গতি নাই ॥
সৰু সৰু লৰা ফুৰে ৰঙতেই মতি,
ডেকা মানে দেখা যায় গাভৰুতে ৰতি।
বুঢ়া হলে বহি বহি চিন্তাতেই যাই
পৰম ব্ৰহ্মত মন কাৰোয়েই নাই ॥
হেন জানি গোবিন্দপদে কৰা ৰতি…
পুনৰ জনম লভি পুনৰ মৰণ,
জননীৰ জঠৰত পুনৰ বন্ধন।
কৃপা কৰি পাৰ কৰা মুৰাৰি সংসাৰ
অপাৰ জানিলোঁ ইতো নাই পাৰাপাৰ ॥
হেন জানি গোবিন্দপদে কৰা ৰতি…
ৰাতি আহে দিন যায় দুনাই দুনাই,

ঘূৰি ঘূৰি পখ মাহ আহে আৰু যায়।
সলাই সলাই আহে বছৰ অয়ণ,
তথাপিও নাই কিন্তু আশাৰ মৰণ ॥
হেন জানি গোবিন্দপদে কৰা ৰতি...
বয়সৰ লগে শেষ কামৰ বিকাৰ,
পানী অন্তে যেনে থাকে পুখুৰীৰ পাৰ।
অভাৱত তৰিবৰ ৰক্ষা হেতু নাই,
তত্ত্ব জ্ঞান পালে তেৱেঁ গুচে সমুদাই ॥
হেন জানি গোবিন্দপদে কৰা ৰতি...
নাৰীৰ স্তনত যিটো মনত বিচাৰ,
মিছা বুলি জানা সিটো মায়াৰ বিকাৰ।
দকই গমি চালে বুজি পাবা সাৰ,
সিটো মাথোঁ তেজমাংসৰ বিকাৰ ॥
হেন জানি গোবিন্দপদে কৰা ৰতি
গোবিন্দ গোবিন্দ ভজা মূঢ়মতি।
মৰণে লগ পালে জানিবা মনাই,
গোবিন্দত বিনে কাৰো আৰ গতি নাই ॥
তুমি কোন্ মই কোন্ কৰ পৰা আহিলোঁ,
কোন্ মাতা কোন পিতা কেনেকই লভিলোঁ।
বিচাৰ কৰিলে পাবা অসাৰ সংসাৰ,
সপোন মাথোন সবে নাই একো সাৰ ॥
হেন জানি গোবিন্দপদে কৰা ৰতি...ইত্যাদি

লোৱা মুখে হৰিনাম সহস্রেক বাৰ,
শ্রীপতিৰ ৰূপধ্যান হৃদে কৰা সাৰ।
সৎ সঙ্গ লোৱা মন থিৰ কৰা তাতে,
দুখীয়াক দান কৰা দুখ গুচে যাতে ॥

হেন জানি গোবিন্দপদে কৰা ৰতি··· ॥
জীৱটি নেযায় মানে দেহটিক ধৰি,
লয় সকলোৱে তাৰ কুশল বাতৰি।
জীৱশূন্য দেহা দেখি ভাৰ্য্যা আদি কৰি,
নাচাপে ওচৰ কেও মৰণক ডৰি ॥

হেন জানি গোবিন্দপদে কৰা ৰতি... ॥
মনৰ সুখত কৰে ৰমণী সম্ভোগ,
ফলত প্ৰবেশ কৰে শৰীৰত ৰোগ।
যদিও নিতৌ লোক যাতনাত মৰে,
তথাপিও জানি শুনি পাপকে আচৰে ॥

হেন জানি গোবিন্দপদে কৰা ৰতি... ॥
ফটা কানি আনি আনি কঁঠা কৰি লোৱা,
পাপপুণ্যশূন্য ইটো বাট ধৰি যোৱা।
তুমি নাই তেওঁ নাই নাই এই লোক,
এই সত্য জানি শুনি নকৰিবা শোক ॥

হেন জানি গোবিন্দপদে কৰা ৰতি,
গোবিন্দ গোবিন্দ ভজা মূঢ়মতি।

মৰণে লগ পালে জানিবা মনাই,
গোবিন্দত বিনে কাৰো আন গতি নাই।
সাগৰসঙ্গম আদি যত তীৰ্থস্থান,
তাতো গৈ যদি ভ্ৰমি কৰি আহা স্নান।
ব্ৰত যজ্ঞ জপ তপ যত কৰা দান,
জ্ঞান বিনে একোতেই নাই পৰিত্ৰাণ ॥
হেন জানি গোবিন্দপদে কৰা ৰতি··· ॥
জ্ঞানহীন অল্পমতি জ্ঞান বিনে নাই গতি,
জানি এই সত্য অনুপাম।
শঙ্কৰৰ মূল চাই তৰুণ কিঙ্কৰে গায়,
লোৱা সদা গোবিন্দৰ নাম ॥
গৃহ বা অৰণ্য মানত সমান
বিবেকো আছয় যাৰ।
গুৰুপাদপদ্মে ভক্তিৰ অভাৱে
বিফল জনম তাৰ ॥
ভূপতি সন্ন্যাসী গৃহী ব্ৰহ্মচাৰী
জ্ঞানী বা অজ্ঞানী নৰে।
গুৰুৰ চৰণে দৃঢ় ভক্তি হৈলে
ব্ৰহ্মপদ লাভ কৰে ॥

—০—

# কাশী-স্তোত্র ।

পিতৃ মাতৃ আদি মানে আপোনাৰ বন্ধু জনে
আওকাণ কৰি এৰে যেবে ;
ঘূৰি ঘূৰি ফুৰি চায় যাৰ কতো গতি নাই
তাৰ গতি বাৰাণসী তেবে ।
হাড় ছাল মাথো সাৰ শৰীৰত ব্যাধিভাৰ
নাই পথ্য ঔষধৰ নাম ;
সকলোৰে মুখ চায় পুতৌ যে কৰেঁ তা নাই
তাৰ গতি বাৰাণসী ধাম ।
পদে পদে বিপদৰ নাই সীমা সংখ্যা যাৰ
যাৰ নাই সম্পদৰ লেশ ;
একেবাৰে নিৰুপায় যাৰ কতো গতি নাই
তাৰ গতি বাৰাণসী দেশ ।
দিনেৰাতি কৰে পাপ পায় শোক পৰিতাপ
মুক্তিৰ উপায় নাই যাৰ ;
দুখতেই দিন যায় যাৰ কতু গতি নাই
তাৰ গতি বাৰাণসী পাৰ ।
সংসাৰৰ ভয়ে যাৰ কম্পে হিয়া অনিবাৰ
বন্ধনত পৰি যায় প্ৰাণ ;

বিষয় বিষক খাই জ্বলি পুৰি প্ৰাণ যাই
তাৰ মাথোঁ বাৰাণসী স্থান।
আচাৰ বিচাৰ হীন কুকৰ্ম্মতে সদা লীন
নামানয় শাস্ত্ৰঅনুপাম ;
অনাচাৰী পশুপ্ৰায় যাৰ কতো গতি নাই
তাৰ গতি বাৰাণসী ধাম।
তপ জপ যজ্ঞ দান ধৰ্ম্ম কৰ্ম্ম আদি জ্ঞান
নাই মুখে ঈশ্বৰৰ নাম ;
মানবী জনম পাই যাৰ কতো গতি নাই
তাৰ গতি বাৰাণসী ধাম।
পদে পদে অপমান কৰে সবে হেয়জ্ঞান
ঘিণ কৰে শুনিলেই নাম ;
যেতিয়া দেখিবা চাই আৰু কতো গতি নাই
তাৰ গতি বাৰাণসী ধাম।
শঙ্কৰৰ পদ চাই তৰুণ মূৰুখে গায়
যদি কৰা মুকুতিত আশ ;
বিষয় সুখক এৰি বোলা মুখে হৰি হৰি
সুখে কৰা বাৰাণসী বাস।

# লক্ষ্মী-স্তুতি।

মহামায়া মহালক্ষ্মী
সুৰবৰ পূজিতা ;
শঙ্খ-চক্ৰ-গদা হস্তে
জগত বন্দিতা।
নাৰায়ণ সঙ্গে সদা
গৰুড়ত চৰা ;
মহাপাপ হন্তে তুমি
পাতকিক তাৰা।
বৰ দান কৰা তুমি
দুখ কৰা নাশ ;
মুক্ত কৰা জীৱ সবে
কাটি মায়াপাশ।
আদ্যা শক্তি যোগমায়া
মহেশ্বৰী দেবী ;
মুক্ত হয় সিদ্ধগণ
তযু পদ সেবি।
স্থূল সূক্ষ্ম সৰ্ব্বৰূপা
ব্ৰহ্ম স্বৰূপিণী ;
দেবগণে স্তুতি কৰে
জুৰি দুই পাণি।

নাৰায়ণী ক্ষমাশীলা
মই পাপী অতি ;
দয়া কৰি দয়াময়ী
সাধা মোৰ গতি।

## দুর্গা স্তুতি।

শিবৰ ঘৰিণী বিশ্বৰূপা তুমি
জগত বন্দিতা আই ;
তোমাৰ চৰণে শৰণ পশিলোঁ
তুমি বিনে গতি নাই।
জ্ঞানৰ আধাৰ সদানন্দময়ী
মোক্ষৰো তুমি উপায় ;
অপর্ণা পাৰ্ব্বতী, সাধা মোৰ গতি
তুমি বিনে গতি নাই।
অনাথ আতুৰ তৃষ্ণাত আকুল,
জীৱন্ততে মৰা প্ৰায় ;
সি সবাৰো দেবী তুমিয়ে জননী
তুমি বিনে গতি নাই।
ঘোৰ অৰণ্যত ৰণৰ মাজত
শত্ৰুৱে যেতিয়া পায়,

জগত তাৰিণী দুখ বিনাশিনী
তুমি বিনে গতি নাই।
সংসাৰ সাগৰ নাই পাৰাপাৰ
তাত পৰি তল যায়;
নৌকা স্বৰূপিণী তুমি মা জননী
তুমি বিনে গতি নাই।
দুৰ্দ্দণ্ড অসুৰ অখণ্ড প্ৰতাপ
চণ্ডৰ প্ৰকোপ পাই;
ইয়োও তোমাতে শৰণ মাগিলে
তুমি বিনে গতি নাই।
অদ্বিতীয়া তুমি বিষ্ণু আৰাধিতা
তোমাৰ চৰণ চাই;
সুৰাসুৰ নৰে আৰাধনা কৰে
তুমি বিনে গতি নাই।
ইড়া পিঙ্গলাও সুষুম্নাও তুমি
তুমিয়ে প্ৰকৃতি আই;
শিবানী ভবানী ত্ৰিতাপ তাৰিণী
তুমি বিনে গতি নাই।
শত্ৰুব্যাধি চোৰ কোপ নৃপতিৰ
সবাৰো তুমি উপায়;
ত্ৰাহি দুৰ্গে বুলি শৰণ মাগিছোঁ
তুমি বিনে গতি নাই।

# পৰম ব্ৰহ্ম স্তুতি ।

তুমি ব্ৰহ্মা তুমি বিষ্ণু
শিৱ সনাতন ;
সৃষ্টি স্থিতি প্ৰলয়ৰ
তুমিয়ে কাৰণ ।
প্ৰকৃতিৰ স্ৰষ্টা তুমি
প্ৰকৃতিৰ বীজ ;
নিজেই প্ৰকৃতি ৰূপে
কৰিছা বিৰাজ ।
ভক্তৰ কাৰণে তুমি
ধৰা নানা ৰূপ ;
যি ভাবে তোমাক ভজে
সেয়েই স্বৰূপ ।
সূৰ্য্যৰূপ ধৰি কৰা
তেজৰ বিকাশ ;
চন্দ্ৰৰূপে শীত ৰশ্মি
কৰিছা প্ৰকাশ ।
মৃত্যুৰ স্ৰজন কৰ্ত্তা
মৃত্যুঞ্জয় হৰি ;

মৃত্যুয়ো শৰণ মাগে
তুৱা পাৱে পৰি।
পণ্ডিত জনৰ গুৰু
বেদৰ স্বৰূপ ;
বেদকো স্রজন কৰা
তুমি জগভূপ।
অক্ষৰ পৰম ব্ৰহ্ম
জ্যোতিৰ আধাৰ ;
তুমি শব্দ বীজ মন্ত্র
তুমিয়ে ওঁঙ্কাৰ।
তুমি বিনে গতি নাই নিশ্চয় জানিলোঁ।
তোমাকে কাকূতি কৰি শৰণ পশিলোঁ॥

—o—

## পৰমেশ স্তুতি।

ব্ৰহ্মা আদি দেৱে যাৰ পদ সেৱে
স্তুতি কৰে দেৱগণে ;
বেদোপনিষদ গীতা ভাগৱত
যাৰ মহিমাক ভণে ;
ধ্যানত তন্ময় যোগীৰ হৃদয়
ৰূপ ধ্যান কৰে যাৰ ;
সুৰাসুৰ নৰে সহস্র বৎসৰে
তত্ত্বৰ নপায় পাৰ ;

ঋষী যজ্ঞে জপে মুনি মৌন তপে
সন্ন্যাসী কৰ্ম্মক ন্যাসী ;
গৃহী-গৃহবাসে সবে মুক্তি আশে
আছন্ত যাক উপাশি ;
সেই দেৱদেৱ জগতৰ সেৱ্
জানি জগতৰ স্বামী ;
কৃপা বিনে তান গতি নাই আন
শৰণ পশিলোঁ আমি।

## আশুতোষ স্তুতি।

দেৱ উমাপতি অগতিৰ গতি
গজছাল তযু বাস ;
জটাৰ মধ্যত গঙ্গাৰ প্ৰবাহ
পাপ তাপ কৰা নাশ।
প্ৰভু মহেশ্বৰ দেববো ঈশ্বৰ
বিভূতিভূষিত অঙ্গ ;
চন্দ্ৰ সূৰ্য্য অগ্নি তোমাৰ নয়ন
ভূতগণ তযু সঙ্গ।
সৰ্পৰ ভূষণ বৃষভ বাহন
তুমি ভবানীৰ পতি ;

ভস্মে দীপ্তিমান দেব পঞ্চানন
নীল কণ্ঠে শোভে অতি।
জটা জুট ধাৰী দেৱ ত্ৰিপুৰাৰি
শিৱ সত্য সনাতন;
জন্ম মৃত্যু জৰা আদি অন্ত হীন
বিশ্বৰ আদি কাৰণ।
তুমি বিশ্বেশ্বৰ জগত ঈশ্বৰ
তৰুণ কিঙ্কৰ আমি;
প্ৰভু আশুতোষ ক্ষমি মোৰ দোষ
উদ্ধাৰ কৰাহা স্বামী।

# গীতাসাৰ স্তোত্ৰ (১)।

আদি অন্ত মধ্য নাই ব্যাপি আছা তুমি,
দ্বাদশ আদিত্য মধ্যে বিষ্ণুৰূপ তুমি।
জ্যোতিৰ মধ্যত তুমি ৰবি অংশুমান,
বায়ুৰ মধ্যত তুমি মৰীচি প্ৰমাণ।
নক্ষত্ৰৰ মধ্যে দেৱ শশী প্ৰভাকৰ,
শ্ৰেষ্ঠৰ ভিতৰে আছা হুয়া শ্ৰেষ্ঠতৰ।
বেদৰ ভিতৰে সাম বাসব দেবৰ,
ইন্দ্ৰিয়ৰ মধ্যে মন চেতনা ভূতৰ।

শঙ্কৰ ৰুদ্ৰৰ মাজে যক্ষৰ কুবেৰ,
বসুৰ পাবক তুমি মেৰু পৰ্ব্বতৰ।
পুৰোহিত মধ্যে গুৰু বৃহস্পতি সাৰ,
সেনানীৰ মধ্যে স্কন্দ পানীৰ সাগৰ।
মহর্ষিৰ মধ্যে ভৃগু বাক্যৰ অক্ষৰ,
হিমালয় পৰ্ব্বত শ্রেষ্ঠ জপ যজ্ঞেশ্বৰ।
নাৰদ দেবৰ্ষি মধ্যে অশ্বত্থ বৃক্ষৰ,
মুনিৰ কপিল চিত্ৰৰথ গন্ধৰ্ব্বৰ।
অশ্বমধ্যে উচ্চৈঃশ্রবা গজে ঐৰাৱত,
তুমি নৰাধিপ ৰাজ নৰৰ মধ্যত।
কামধেনু দুগ্ধৱতী গাভীৰ শ্রেণীত,
অস্ত্ৰমাজে বজ্ৰ তুমি জানিছোঁ নিশ্চিত।
উপত্তিকাৰক মধ্যে ৰূপ কন্দৰ্পৰ,
সৰ্পৰ বাসুকি তুমি অনন্ত নাগৰ।
অৰ্য্যমা পিতৃৰ মধ্যে জলেশ বৰণ,
নিয়মকাৰক মধ্যে যম নিদাৰুণ।
জ্যোতিষীৰ মধ্যে তুমি জানি আছোঁ কাল,
দৈত্যৰ মধ্যত তুমি প্ৰহ্লাদ কেৱল।
মৃগৰ মাজত সিংহ পক্ষীৰ গৰুড়,
বেগবান মধ্যে তুমি স্বৰূপ বায়ুৰ।
অস্ত্ৰাধাৰী মধ্যে ৰাম মৎস্যৰ মকৰ,
প্ৰবাহিনী মধ্যে গঙ্গা নাশিনী পাপৰ।

সৰ্গাদিৰ মধ্যে তুমি আদি অন্ত মাজ,
আধ্যাত্ম বিদ্যাৰ ৰূপ তুমি বিদ্যাৰাজ।
তৰ্কৰ মধ্যত বাদ দ্বন্দ্ব সমাসৰ,
অকাৰ অক্ষৰ মধ্যে অক্ষয় কালৰ।
ছলনাকাৰীৰ মধ্যে দ্যুত বুলি জানো,
তেজস্বীৰ যত তেজ তুমি বুলি মানো।
সৰ্ব্বসংহাৰক মধ্যে মৃত্যু ৰূপ ধৰা,
ভবিষ্য কালৰ সৃষ্টি তুমিয়েই কৰা।
নাৰীৰ সৌন্দৰ্য্য তুমি বাক্য বুদ্ধি স্মৃতি,
যশস্যা আদিও তুমি তুমি ক্ষমা ধৃতি।
সামৰ বৃহত সাম গায়ত্ৰী ছন্দৰ,
আঘোণ মাহৰ মধ্যে বসন্ত ঋতুৰ।
জেতৃৰ তুমিয়ে জয় সিদ্ধিৰ উদ্যম,
সাত্বিকৰ সত্বগুণ গুণৰ উত্তম।
যাদব কুলৰ শ্ৰেষ্ঠ বাসুদেব স্থিৰ,
পাণ্ডৱৰ মধ্যে তুমি ধনঞ্জয় বীৰ।
মুনিৰ মধ্যত ব্যাস উশনা কবিৰ,
দমন কৰ্ত্তাৰ নীতি জয়জিগীষুৰ।
গোপন হেতুৰ মৌন জ্ঞান বিদ্যানৰ।
জীৱৰ জীৱন তুমি জগত কাৰণ,
শৰণ পশিলোঁ প্ৰভু কৰাহে তাৰণ।

# অন্নপূর্ণা স্তোত্র ।

আনন্দকাৰিণী অভয়দায়িনী
সৌন্দৰ্য্য ৰত্নৰ খনি ;
পাপবিনাশিনী পতিতপাৱনী
কাশীৰাজ ৰাজৰাণী ।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ
দাসত্ব কৰা মোচন ;
দোষ পৰিহৰি অন্নপূৰ্ণেশ্বৰী
স্বৰাজ কৰাহে দান ॥
সুবৰ্ণভূষণ বিচিত্ৰবসন
ৰত্নে দীপ্তি কৰে কেশ ;
অগুৰু-চন্দন দিব্যানুলেপন
ভুবনমোহিনী বেশ ।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ
দাসত্ব কৰা মোচন ;
দোষ পৰিহৰি অন্নপূৰ্ণেশ্বৰী
স্বৰাজ কৰাহে দান ॥
যোগানন্দকৰ ৰিপুক্ষয়কৰ
ধৰ্ম্মক প্ৰচাৰ কৰা ;
বাঞ্ছাপ্ৰদায়িনী ঐশ্বৰ্য্যশালিনী
দুখশোক তুমি হৰা ।

দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ
দাসত্ব কৰা মোচন ;
দোষ পৰিহৰি অন্নপূৰ্ণেশ্বৰী
স্বৰাজ কৰাহে দান ॥

কৈলাশ অচল মনোহৰ স্থল
যোগীৰ যোগৰ ঠাই ;
শিৱ সঙ্গে ফুৰি কৌমাৰী শঙ্কৰী
মুক্তিক আছা বিলাই।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি··· ॥

দৃশ্যাদৃশ্য যত বস্তু শত শত
তোমাতে প্ৰকাশ পায় ;
জ্ঞান বা বিজ্ঞান অচিন্ত্য মহান
তুমি বিনে একো নাই।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি··· ॥

জগত ঈশ্বৰী কৃপাৰ সাগৰী
কৃপা কৰা শিৱজায়া ;
মোক্ষবিধায়িনী ত্ৰিতাপনাশিনী
দূৰ কৰা মোহ মায়া।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি··· ॥

সৰ্ব্বানন্দকৰী সদা শুভকৰী
কাশীপুৰ অধীশ্বৰী ;

জ্ঞানদা বৰদা কামদা সিদ্ধিদা
মোক্ষৰো তুমি ঈশ্বৰী।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি… ॥
ৰত্নবিভূষিতা তুমি দক্ষসুতা
লোকৰ প্ৰিয়কাৰিণী ;
ভক্তে ইষ্টদাত্ৰী সৰ্ব্বভূত মাতৃ
শিৱানী গৌৰীকল্যাণী।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি… ॥
কোটী ৰবি শশী তোমাতে প্ৰকাশি
দীপিতি কৰে আনন ;
নানা অস্ত্ৰ ধৰি ভক্ত ৰক্ষা কৰি
পাপীকো কৰা তাৰণ।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি… ॥
ক্ষত্ৰিয়ৰক্ষিণী ভয়বিনাশিনী
শঙ্কৰৰ তুমি প্ৰাণ ;
সাক্ষান্মোক্ষকৰী দেৱী বিশ্বেশ্বৰী
শ্ৰীধৰী কৰা হে ত্ৰাণ।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি…।
ধন যশ মান বুদ্ধি বৃত্তি জ্ঞান
দাসত্বে কৰিলে নাশ ;
ধৰ্ম্মাধৰ্ম্ম নাই সবে মৃতপ্ৰায়
সততে লাগিছে ত্ৰাস।

দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ ইত্যাদি... ॥

আজি দেখোঁ আই শ্মশানৰ প্ৰায়
পৱিত্ৰ ভাৰত ভূমি ;
ভূতৰ ভাৱন পতিতপাৱন
শঙ্কৰকো মাতোঁ আমি।
মিলি হৰ গৌৰী বিঘ্ন নাশ কৰি
উদ্ধাৰা জনমভূমি।
দিয়া সজ জ্ঞান কৰা পৰিত্ৰাণ
দাসত্ব কৰা মোচন ;
দোষ পৰিহৰি শঙ্কৰ শঙ্কৰী
স্বৰাজ্য কৰাহে দান ॥

# মহেশ্বৰ স্তোত্ৰ।

পূৰ্ব্ব-জন্ম-কৰ্ম্ম-ফলে মাতৃ-গৰ্ভ-বাস-কালে
বহু দুখ ভুঞ্জিলোঁ অপাৰ ;
তথাপিও দুখ পাই শঙ্কৰক ভজা নাই
ক্ষমা কৰা দেৱ মহেশ্বৰ।
শিশুকালে অল্পমতি স্তনপানে সদা ৰতি
নাই কতো জ্ঞানৰ পোহৰ ;
ৰাগে শোকে দুখ পাই শঙ্কৰক ভজা নাই
ক্ষমা দোষ দেৱ মহেশ্বৰ।

বাৰ্দ্ধক্যত মহাপাপ রোগ শোক পৰিতাপ
দেহা মাত্ৰ হাড়-চাল-সাৰ ;
মৰণকো দেখা পাই শঙ্কৰক ভজা নাই
ক্ষমা দোষ দেৱ মহেশ্বৰ।
দুৰ্ব্বোধ্য সংসাৰগতি পাপতেই সদা মতি
নাই ধৰ্ম্ম-কৰ্ম্মৰ বিচাৰ ;
ই-সবকো জানি মই শঙ্কৰক ভজা নাই
ক্ষমা দোষ দেৱ মহেশ্বৰ।
যাগ যজ্ঞ তপ দান পূজা ব্ৰত গঙ্গাস্নান
নাই কৰা একোকে বেদৰ ;
ই-সকলো জানি মই শঙ্কৰক ভজা নাই
ক্ষমা দোষ দেৱ মহেশ্বৰ।
নমো নমো দেৱ দেৱ উমাপতি
নমো নমো হৰ হৰ ;
জগত-কাৰণ ত্ৰিতাপ-বাৰণ
নমো নমো বিষ-ধৰ।
নমো সূৰ্য্য বহ্নি শশাঙ্কনয়ন
নমো নমো নীলগ্ৰীৱ ;
দোষ ক্ষমা কৰি নিয়া মোক তাৰি
নমো নমো শিৱ শিৱ।

# বিশ্বেশ্বৰ স্তোত্ৰ।

তোমাৰ মহিমা কীৰ্ত্তন কৰিলে
আনন্দে জগত ভৰে ;
ভয়ত ৰাক্ষস পলায় লৰ্‌বৰি
সিদ্ধে নমস্কাৰ কৰে।
পৰা সদসৎ অনন্ত অক্ষৰ
তুমিয়ে দেৱৰো দেৱ ;
শ্ৰেষ্ঠ ব্ৰহ্মা হন্তে স্ৰজিছাও তুমি
কিয় নকৰিব সেৱ।
সত্য শুদ্ধ তুমি নিত্য-নিৰঞ্জন
বিশ্বৰ আদি নিধান ;
জ্ঞাতা জ্ঞেয় তুমি অনন্ত স্বৰূপ
সৰ্ব্বত্ৰে বিৰাজমান।
বিষ্ণু-অগ্নি-বায়ু শশাঙ্ক-বৰুণ
ব্ৰহ্মাও তুমিয়ে যমো ;
নমস্কাৰ কৰোঁ সহস্ৰেক বাৰ
আৰু বাৰ নমো নমো।
সম্মুখ হইয়া আৰু পৃষ্ঠভাগে
চাৰি পাশে নমস্কাৰ ;
বীৰ্য্যত অনন্ত অনন্ত বিক্ৰম
ব্যাপি আছা চৰাচৰ।

সখা কৃষ্ণ আৰু যাদবো বুলিছোঁ
সাদৰি মাতিছোঁ কত ;
নাজানি তোমাৰ মহিমা অপাৰ
অপৰাধ শত শত ;
উঠোঁতে বহোঁতে খাওঁতে শোওঁতে
কৰিছোঁ যতেক মান ;
সি সবাকো প্ৰভু ক্ষমা কৰা তুমি
জানিয়া মই অজ্ঞান।
পিতা পূজ্য তুমি গুৰু গৰিয়ান
অচৰো চৰ লোকৰ ;
অসীম প্ৰভাৱ তোমাৰ সমান
নেদেখোঁহোঁ মই আন।
হেন জানি দেৱ স্বৰূপ দেখোৱা
প্ৰসন্ন হুয়োক স্বামী ;
দণ্ডবৎ হুয়া তোমাৰ চৰণে
কাকুতি কৰিছোঁ আমি।
পুত্ৰ-অপৰাধ পিতাই যিদৰে
নিজগুণে ক্ষমা কৰে ;
সুহৃদ মিত্ৰক প্ৰিয় জনে সদা
দোষতো যিদৰে নেৰে ;
যিদৰে পত্নীৰো স্বামী প্ৰীতিভাৱে
সহে অপৰাধ শত।

তুমিও সিদৰে মৰষিও দেৱ
মোৰ অপৰাধ যত ॥

---

## বিশ্বৰূপ বন্দন।

তযু দেহে দেখোঁ প্ৰভু বিশ্বৰ স্বৰূপ
আছে ব্ৰহ্মা তোমাৰ নাভিত ;
দিব্য ঋষী যত মান সৰ্প আদি জীৱ
তোমাতেই দেখোঁ প্ৰকাশিত।
বিশ্বেশ্বৰ বিশ্বৰূপ অনন্ত অপাৰ
আদি অন্ত মধ্য তাৰ নাই ;
নেত্ৰ-মুখ-উদৰৰ সীমা সংখ্যা হীন
তোমাতেই দেখোঁ সৰ্ব্ব ঠাই।
গদাচক্ৰ হাতে ধৰা কিৰীটি শীৰত
দীপ্তি কৰি আছে চাৰি পাশ ;
তেজে অগ্নি সূৰ্য্য প্ৰায় চোৱা অসম্ভৱ
এইমতে তোমাৰ প্ৰকাশ।
অক্ষৰ পৰম ব্ৰহ্ম বিশ্বৰ আশ্ৰয়
মুমুক্ষুৱে পায় দৰশন ;
অব্যয় পুৰুষ তুমি ধৰ্ম্মৰ ৰক্ষক
তুমি দেৱ নিত্য সনাতন।
আদি অন্ত মধ্য হীন সৰ্ব্বশক্তিময়
দুই চক্ষু সূৰ্য্য শশধৰ ;

জ্বলন্ত অগনি আছে তোমাৰ মুখত
তেজে তপ্ত বিশ্ব চৰাচৰ।
স্বৰ্গ আদি তিনিলোক আৰু দশোদিশ
ব্যাপি আছা তুমি জগপতি ;
তোমাৰ অতুল্য ৰূপ দেখি যত প্ৰাণী
ভয়তেই কপে সৱে অতি।
বসু আদি দেৱগণে মাগিছে শৰণ
কৃতাঞ্জলি হুয়া কতো ৰয় ;
সিদ্ধগণে শুদ্ধমনে স্তুতি বাদ কৰে
মহৰ্ষী সকলে স্বস্তি কয়॥
ৰুদ্ৰাদিত্য বসুগণ সাধ্য আদি যত
বিশ্বদেৱ অশ্বিনীকুমাৰ ;
মৰুদগণ পিতৃ সৱো গন্ধৰ্ব্ব অসুৰ
যক্ষ সিদ্ধ বিস্ময়ে বিভোৰ।
স্বৰ্গস্পৰ্শী দীপ্তিমন্ত অনেক বৰণ
ব্যক্ত মুখ বিশাল নয়ন ;
ভয়ো লাগে অন্তৰাত্মা ব্যথিতও হয়
দেখি মোৰ ধৈৰ্য্যশূন্য মন।
ভীষণ দশন-মুখ কালাগ্নি সমান
দেখি প্ৰভু হয় বুদ্ধি নাশ ;
নাপাওঁ মনত শান্তি হে দেৱ ঈশ্বৰ
হোৱা তুষ্ট জগতনিবাশ।

ধৃতৰাষ্ট্রপুত্র মানে ভীষ্ম দ্রোণ-সূত
অলেখ যোদ্ধাৰ নাই শেষ;
কৰাল-দশন-যুক্ত তোমাৰ মুখত
পৰি চূৰ্ণ হইছে অশেষ।
সকলো নদীৰ বেগ যেন মতে গই
সমুদ্রত হইছে নিঃশেষ;
জ্বলন্ত তোমাৰ মুখে বীৰগণ যত
সেহিদৰে কৰিছে প্রবেশ।
জ্বলন্ত অগ্নিত যেনে অতি বেগ ধৰি
পতঙ্গ নাশৰ হেতু আসে;
সেহিমতে বীৰগণে বিনাশৰ লাগি
প্রবেশ কৰিছে তযু মুখে।
জ্বলন্ত অনেক মুখে বহুমান লোক
ভক্ষণ কৰিছা বাৰে বাৰ;
তোমাৰ তেজতে বিষ্ণু সহস্র জগৎ
উত্তাপিত হইছে অপাৰ।
কোৱা প্রভু তুমি কোন উগ্র ৰূপ ধৰি
এনে কাৰ্য্য কিসৰ কাৰণ;
জানিবাক ইচ্ছা কৰোঁ অনাদি পুৰুষ
নিজৰূপে দিয়া দৰশন।

# গোপাল স্তোত্ৰ।

ভক্ত কল্পতৰু জগতৰ গুৰু
নমো নমো নাৰায়ণ;
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
পশিলোঁ মই শৰণ।
দুষ্ট ৰিপুচয় দেহা কৰে ক্ষয়
ৰোগে শোকে পোৰে মন;
পাপবিমোচন জানি নাৰায়ণ
তোমাতে লৈলোঁ শৰণ।
বিজুলীৰ দৰে চক্‌মক্ কৰে
অথিৰ ৰূপ যৌবন;
মায়া অন্ত কৰি মুকুন্দ মুৰাৰি
মায়াৰ কৰা নিৰ্জান।
বেদকৰ্ম্মহীন কুকৰ্ম্মতে লীন
সদায় পাপত মন;
হে যদুপতি মই মূঢ়মতি
চৰণে লৈলোঁ শৰণ।
নেদেখোঁ শোভন নকৰোঁ কীৰ্ত্তন
নিৰানন্দ সদা মন;
নন্দৰ নন্দন শ্ৰীমধুসূদন
মাগিছোঁ হেৰা শৰণ।

সত্ব আত্ম বুদ্ধি নাই চিত্ত শুদ্ধি
ৰজস্তমতেসে মাত্ৰ মতি ;
সজ জ্ঞান দিয়া প্ৰভু তাৰি নিয়া
তুমিয়েসে মোৰ গতি।



# নাৰায়ণ স্তোত্ৰ।

কৰ্ম্ম ভক্তি জ্ঞান ই-তিনি সাধন
মোক্ষৰো মুখ্য কাৰণ ;
বিষয়ক পাই তাত মতি নাই
ৰক্ষা কৰা নাৰায়ণ।
পাপ নিবৃত্তি ধৰ্ম্মত প্ৰবৃত্তি
তোমাৰ চৰণে মন ;
নাই একো মোৰ অনাচাৰি ঘোৰ
ৰক্ষা কৰা নাৰায়ণ।
দেহা পৰি যায় মৃত্যু আহি পায়
তথাপি বিষয়ী মন ;
দেখিও নেদেখোঁ মিছাকে উপাশোঁ
ৰক্ষা কৰা নাৰায়ণ।
সদা বহিদৃ ষ্টি দেখোঁ স্থূল সৃষ্টি
অন্তদৃ ষ্টিশূন্য মন ;
তুমি সে উপায় আৰু গতি নাই
ৰক্ষা কৰা নাৰায়ণ।

পত্নী পুত্র ধন গৃহ পৰিজন
থাকিও চঞ্চল মন ;
দিয়া পদছায়াঁ দূৰ কৰা মায়া
ৰক্ষা কৰা নাৰায়ণ।
স্বদেশ স্বজন প্ৰাণৰ সমান
তাতো মই ভক্তিহীন ;
অগতিৰ গতি সাধা মোৰ গতি
ৰক্ষা কৰা নাৰায়ণ।
মুক্তিৰ উপায় আৰু মোৰ নাই
নিশ্চয় জানিলোঁ স্বামী ;
মুক্তি পৰিহৰি ভক্তি আশা কৰি
শৰণ পশিলোঁ আমি।
দিয়া ভক্তি দান নামাগোহোঁ আন
তুমি ভকতৰ প্ৰাণ ;
তোমাৰ চৰণে শৰণ পশিলোঁ
ৰক্ষা কৰা নাৰায়ণ॥

## কৃষ্ণ স্তোত্ৰ।

পদ্ম সম নেত্ৰ যাৰ প্ৰণামোহো বাৰ বাৰ
নমো দেৱ দৈবকী-নন্দন ;
যশোদা হৃদয়ানন্দ তযু পদ অৰবিন্দ
লক্ষ বাৰ কৰোঁহোঁ বন্দন।

বৃষ্ণিবংশে জন্ম ধৰি        যদুবংশ ধ্বংস কৰি
পৃথ্বীভাৰ কৰিলা হৰণ ;
নানাৰূপে অৱতৰি        দুষ্টক সংহাৰ কৰি
ধৰ্ম্ম সদা কৰিছা পালন।
ধন জন পুত্ৰ জায়া        সকলো তোমাৰ মায়া
মায়ামোহে পৰি যায় প্ৰাণ ;
মায়ামোহ নাশ কৰি        চৰণে চপাই ধৰি
কৰা হৰি মোক পৰিত্ৰাণ।
সম্পদত মজি হায়        সজ জ্ঞান লোপ পায়
বিপদে আকুল কৰে প্ৰাণ ;
সুখ হলে শান্তি নাই        আশা ক্ৰমে বাঢ়ি যায়
সত্য কিবা নাপাওঁ সন্ধান।
তোমাৰ মোহিনী মায়া        জগৎ তাৰেই ছাঁয়া
ইটো প্ৰভু দুৰাৰোগ্য ব্যাধি ;
জৰামৃত্যুজন্মভোগ        যতমানে ভবৰোগ
তুমি তাৰ কেৱল ঔষধি।
সহস্ৰ সহস্ৰ অতি        অপৰাধ দিনেৰাতি
জানি কৰোঁ মই মূঢ় জন ;
তুমি প্ৰভু কৃপাসিন্ধু        অনাথ-জনৰ বন্ধু
ৰক্ষা কৰা শ্ৰীমধুসূদন।

# নবগ্ৰহ স্তোত্ৰ ।

জবাপুষ্প সম যাৰ লোহিত বৰণ
মহাতেজে নাশা অন্ধকাৰ ;
কশ্যপৰ পুত্ৰ সূৰ্য্য পাপ বিনাশন
তুৱা পাৱে কৰোঁ নমস্কাৰ ।

দিব্য শঙ্খ সম বৰ্ণ তুষাৰ ধৱল
ক্ষীৰোদসাগৰে জন্ম যাৰ ;
শম্ভু শীৰত শোভা তুমি শশধৰ
তুৱা পাৱে কৰোঁ নমস্কাৰ ।

পৃথিৱীৰ গৰ্ভজাত বিদ্যুৎ সমান
প্ৰভাশালী শক্তি অস্ত্ৰধৰ ;
লোহিত বৰণ দেৱ মঙ্গল কুমাৰ
তযু পদে কৰোঁ নমস্কাৰ ।

প্ৰিয়ঙ্গু কলিৰ দৰে শ্যামল বৰণ
তুমি সৰ্ব্ব গুণৰ আধাৰ ;
সুৰূপ শোভন বুধ শান্ত মনোহৰ
তযু পদে কৰোঁ নমস্কাৰ ।

ঋষী আৰু দেৱতাৰ তুমিয়েই গুৰু
স্বৰ্ণবৰ্ণ তোমাৰ শৰীৰ ;
ত্ৰিলোকৰ শ্ৰেষ্ঠ তুমি দেৱ বৃহস্পতি
তুৱা পাৱে কৰোঁ নমস্কাৰ ।

হিমকুন্দমৃণালৰ দৰে যাৰ আভা
নমো দেৱ ভৃগুৰ কুমাৰ ;
দৈত্যৰ পৰমগুৰু শাস্ত্ৰবিশাৰদ
শুক্ৰপদে কৰোঁ নমস্কাৰ।
সুনীল অঞ্জন সম তোমাৰ বৰণ
ৰবিসূত অগ্ৰজ যমৰ ;
ছাঁয়াৰ গৰ্ভত শনি জনম তোমাৰ
তুৱা পাৱে কৰোঁ নমস্কাৰ।
অৰ্দ্ধকায় মহাঘোৰ সিংহিকানন্দন
অতি উগ্ৰ প্ৰতাপ তোমাৰ ;
চন্দ্ৰসূৰ্য্য গ্ৰাস কৰা তুমিয়েই ৰাহু
তযু পদে কৰোঁ নমস্কাৰ।
ধোঁৱাৰ বৰণ তুমি ৰুদ্ৰঅংশে জাত
বিমৰ্দ্দক তাৰকা গ্ৰহৰ ;
ৰুদ্ৰৰ প্ৰভাৱ দেখোঁ হে কেতু তোমাৰ
তুৱা পাৱে কৰোঁ নমস্কাৰ।
নবগ্ৰহ স্তোত্ৰ পাঠ কৰে যিবা জনে
ভক্তিভাৱে থিৰ কৰি মন ;
অশান্তি যতেক তাৰ দূৰ হই যায়
শুনা সত্য ব্যাসৰ বচন।

---

# মুৰলীধৰ স্তোত্ৰ ।

কৃষ্ণ কৃপাসিন্ধু অনাথৰ বন্ধু
নয়নৰ অভিৰাম ;
মই পাপী অতি অগতিৰ গতি
কিমতে চৰণ পাম ।
স্কন্ধে পৰি শোভে কুঞ্চিত অলক
মুখত ইষৎ হাহি ;
কটাক্ষে ভুবন কৰি বিমোহন
সঘনে বজোৱা বাঁহি ঃ
কপালত শোভে কস্তুৰি তিলক
কৌস্তুভ বক্ষত জ্বলে ;
নাশিকাৰ আগে গজমুক্তা দোলে
বেনু ধৰা কৰতলে ।
সৰ্ব্ব অঙ্গে শীত সুগন্ধি চন্দন
গলত মুকুতা-পান্তি ;
চৌপাশে গোপিনী মাজত গোপাল
নবজলধৰকান্তি
অতি সুললিত বিশ্ববিমোহন
তোমাৰ বংশীৰ ধ্বনি ;
তৰু লতা আদি পশু পক্ষী নৰে
শুনিছে তবধ মানি ।

পৰ্ব্বতৰ হিয়া কঠিন পাশ্মন
গলি নিঝৰণি হয় ;
সুৰতে উথলে সমুদ্ৰৰো হিয়া
ঘুৰি শুনে গ্ৰহ চয়।
গোকুল আকুল শুনি বংশীধ্বনি
গোপীৰ আকুল প্ৰাণ ;
দেৱ যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ
শুনি কৰে স্তুতিগান।
মুক্তিবিধায়িনী বিশ্ববিজয়িনী
অনন্ত প্ৰেমৰ খনি ;
বেদ মন্ত্ৰ আদি গায়ত্ৰী ওঁঙ্কাৰ
তোমাৰে বংশীৰ ধ্বনি।
তুমি দেৱ দেৱ জগতৰ সেৱ
তুমি অনাথৰ নাথ ;
পতিত পাবন মই অভাজন
চৰণে দোৱাওঁ মাথ।

# মহালক্ষ্মী স্তোত্র।

ক্ষমাশীলা পৰাৎপৰা দেবী ভগৱতী,
শুদ্ধসত্বস্বৰূপিনী অগতিৰ গতি।
ক্রোধ আদি দোষ-শূন্যা বিশ্বৰ ঈশ্বৰী,
দেৱনৰে স্তুতি কৰে চৰণত পৰি।
সতীৰ উপমা তুমি সৌন্দৰ্য্য নাৰীৰ,
তুমি বিনে জগতত নাই চিন শ্ৰীৰ।
সম্পদ বিভূতি তুমি ৰাসৰ ঈশ্বৰী,
মৰ্ত্ত্যত প্ৰকাশ কৰা নাৰীৰূপ ধৰি।
পাৰ্ব্বতী পৰ্ব্বতকন্যা কৈলাশৰ শীৰে,
লক্ষ্মীৰূপে প্ৰকাশিলা ক্ষীৰোদসাগৰে।
বৈকুণ্ঠত মহালক্ষী প্ৰধানা মহিষী,
তুমি দেবী স্বৰস্বতী জাহ্নবী তুলসী।
গোলোকত কৃষ্ণপ্ৰাণা ৰাধিকা সুন্দৰী,
বৃন্দাবনে গোপী মাজে তুমি ৰাসেশ্বৰী।
ভাণ্ডিৰত কৃষ্ণপ্ৰিয়া বনত মালতী,
পদ্মবনে নাম ধৰা তুমি পদ্মাৱতী।
চন্দন কানন মাজে চন্দ্ৰাৱলী ৰূপ,
শত সৃঙ্গে তুমি দেবী সুন্দৰীস্বৰূপ।
কুন্দদন্তী কুন্দবনে সুশীলা নামত,
কেতকী বনৰ মাজে কৰিছা বেকত।

কমলা কমলালয়া কৃষ্ণসোহাগিনী,
শোভনা ৰমলা ৰমা বিশ্ববিমোহিনী।
চঞ্চলা অচলা ভক্তি দিয়া মোক দান,
মায়া মোহে মুহি আছে কৰা পৰিত্ৰাণ।

---

## ভক্তযোগী স্তোত্ৰ।

দ্বেষহীন সৰ্ব্বভূতে পৰম দয়ালু
দুখীয়াৰ পৰম বান্ধৱ;
মই মোৰ ভাৱ নাই নাই অহংকাৰ
সুখে দুখে সমান স্বভাৱ।
ক্ষমাশীল সদানন্দ সমাহিত চিত্ত
স্থিৰ বুদ্ধি সদায় সংযত;
ঈশ্বৰতে সততেই অৰ্পিয়াছে মন
তেৱেঁ জানা পৰম ভকত।
যাৰপৰা ভয় নাই নাই যাৰ ভয়
প্ৰীতিপূৰ্ণ নিৰুদ্বেগ মন;
হৰ্ষবিষাদত নাই মনৰ বিকাৰ
তেৱেঁ জানা ভকত প্ৰধান।
একনিষ্ঠে কৰ্ম্ম কৰে ফলা-শক্তি নাই
অনলস চিৰ উদাসীন;
ভোগত আশক্তি নাই নিৰোগ শৰীৰ
তেৱেঁ জানা ভকত প্ৰবীণ।

প্ৰিয়ত আবেগ নাই অপ্ৰিয় সমান
শোকদুখত শূন্য যাৰ মন ;
শুভাশুভ পৰিত্যাগি সদা ভক্তিমান
নাই ভক্ত তাহান সমান।
শত্ৰু মিত্ৰ সম জ্ঞান নাই ভিন ভাৱ
শীত উষ্ণ মান অপমান ;
সকলো সমান যাৰ নাই সুখ দুখ
তেৱেঁ ভক্ত কৃষ্ণৰ বচন।
নিন্দা স্তুতি দুয়ো এক সংযত বচন
অলপতে তুষ্ট হয় মন ;
নিৰ্দ্দিষ্ট আবাস নাই তেৱেঁই নিশ্চয়
কৃষ্ণপ্ৰিয় ভকত সুজন।
অমৃত সমান এই গীতাৰ বচন
শ্ৰদ্ধা কৰি যি কৰে পালন ;
পৰম ভকত তেওঁ ঈশ্বৰ সমান
সেৱা কৰোঁ তাহান চৰণ ॥

## গঙ্গা স্তুতি।

দেৱী সুৰেশ্বৰী ভগৱতী গঙ্গে,
পাপবিনাশিনী তৰল তৰঙ্গে।

শঙ্কৰ মস্তকবাসিনী বিমলে,
সেৱকে বন্দিছে তযু পদকমলে।
মাতৃ ভাগিৰথী তব যত মহিমা,
নিগমে বৰ্ণিছে জননী অসীমা।
উদ্ভূত কৃষ্ণৰ পদনখ হস্তে,
লভোঁ যেন গঙ্গা জীৱনঅন্তে।
নিশ্চয় নিষ্কৃতি কৰে যদি স্নান,
দুৰ্গতি দূৰ হয় কৰি জল পান।
পতিত-উদ্ধাৰিণী জাহ্নবী গঙ্গে,
খণ্ডিত গিৰিবৰ শোভিত ভঙ্গে।
ভীষ্মজননী মুনিবৰকন্যা,
পাতকনাশিনী ত্ৰিভুবনে ধন্যা।
কামজ ক্ৰোধজ কুমতি কলাপ,
হৰা হৰা গঙ্গা যত মোৰ পাপ।
জন্ম-নিবাৰিণী জাহ্নবী-জননী,
মোক্ষপ্ৰদায়িনী কল্মশনাশিনী।
ভো ভুবনেশ্বৰী জহ্নুৰ কন্যা,
উৰ্ম্মিবিলাশিনী ৰূপে গুনে ধন্যা।
মুক্তিবিধায়িনী কৰা মোক ৰক্ষা,
কাতৰে মাগিছোঁ তযু কৃপা ভিক্ষা॥

———o———

# কাম্যাখ্যা স্তুতি ।

আগেয়ে জনম ধৰি তোমাৰ চৰণ
সুপূজিলোঁ ভক্তি সহকাৰ ;
সেহিসে কাৰণে আই জঠৰত পৰি
ভুঞ্জি আছোঁ অশেষ নিকাৰ ।
ইজনম লাভ কৰি তথাপিও মই
পূজা নাই তোমাৰ চৰণ ;
কামাখ্যা বৰদা দেবি ক্ষমা অপৰাধ
তোমাতেই পশিলোঁ শৰণ ।
শিশুকালে অল্পমতি ৰঙতেই যায়
ভাল বেয়া নাই সজ জ্ঞান ;
কামাখ্যা বৰদা দেবি ক্ষমা অপৰাধ
তোমাতেই পশিলোঁ শৰণ ।
যৌবন যেতিয়া পালোঁ প্ৰবল ইন্দ্ৰিয়
কাল সৰ্পে কৰিলে দংশন ;
হিতাহিত জ্ঞান নাই উদ্ধত স্বভাৱ
দিনেৰাতি পাপতেই মন ।
তুমি বিনে কোনো নাই উদ্ধাৰ কৰোঁতা
গতি মোৰ তোমাৰ চৰণ ;
কামাখ্যা বৰদা দেবি ক্ষমা অপৰাধ
তোমাতেই পশিলোঁ শৰণ ।

শোভন যৌবন কাল দেখোঁতেই যায়
বিষয়ৰ বিষ লাগে গাত ;
পৰিবাৰপোষণৰ উপায় নেদেখি
অন্যায় আচৰোঁ অসংখ্যাত।
মায়াময়ী কামৰূপা মায়াৰ কাৰণ
কৰা ছেদ মায়াৰ বন্ধন ;
কামাখ্যা বৰদা দেবি ক্ষমা অপৰাধ,
তোমাতেই পশিলোঁ শৰণ।
বাৰ্দ্ধক্যত বুদ্ধিনাশ অবস শৰীৰ
বৰ্ত্তমানে ৰোগৰ বিকাৰ ;
কৰ্ম্মহীন অসহায় চিন্তা দিনেৰাতি
পুত্ৰে মিত্ৰে কৰে অবিচাৰ।
তথাপিও বিষয়ৰ বিষকেহে খাওঁ
কিনো ঘোৰ অবিবেকী মন ;
কামাখ্যা বৰদা দেবি ক্ষমি অপৰাধ
মায়া হন্তে কৰা পৰিত্ৰাণ।
দান ধ্যান সজ কাম একো কৰা নাই
নাই ভক্তি ভজন পূজন ;
মিছাতেই দিন যায় কুকৰ্ম্মত মজি
গতি মোৰ তোমাৰ চৰণ।
কামাখ্যা বৰদা দেবি ক্ষমা অপৰাধ
তোমাতেই পশিলোঁ শৰণ॥

হৰি হৰ ব্ৰহ্মা আদি দেৱতা অশেষ,
তোমাৰ চৰণ সেৱা কৰে ;
জগতৰ ৰক্ষা হেতু কৰালবদনী
সদাশিৱে হৃদয়ত ধৰে ।
বহুৰূপা দেবি তুমি ভুবনঈশ্বৰী
মই পাপী অতি অভাজন ;
কামাখ্যা বৰদা দেবি ক্ষমা অপৰাধ
তযু পাৱে পশিলোঁ শৰণ ॥

## জ্ঞানযোগী স্তোত্ৰ ।

ঈশ্বৰবিশ্বাসী আত্মশ্লাঘা নাই
দম্ভশূন্য যাৰ মন ;
আচলতে জ্ঞানী তেওঁকেই জানি
পশিলোঁ মই শৰণ ।
গুৰুসেৱা কৰে সৰল প্ৰকৃতি
হিংসাশূন্য যাৰ মন ;
আচলতে জ্ঞানী তেওঁকেই জানি
পশিলোঁ মই শৰণ ।
অতি স্থিৰ বুদ্ধি ইন্দ্ৰিয়সংযমী
পৰম পবিত্ৰ মন ;

আচলতে জ্ঞানী তেওঁকেই জানি
পশিলোঁ মই শৰণ।
জন্ম মৃত্যু জৰা দুঃখৰ কাৰণ
একোৱে নিপীড়ে মন ;
আচলতে জ্ঞানী তেওঁকেই জানি
পশিলোঁ মই শৰণ।
পুত্ৰদাৰাসুখে উদাসীন অতি
অনাশক্ত যাৰ মন ;
আচলতে জ্ঞানী তেওঁকেই জানি
পশিলোঁ মই শৰণ।
মায়াময় ইতো অনিত্য সংসাৰ
লভি এই তত্ত্বজ্ঞান ;
নিৰ্জ্জনত থাকি অচলা ভক্তিৰে
ঈশ্বৰক কৰে ধ্যান।
জ্ঞানযোগী দিয়া জ্ঞানৰ পোহৰ
অজ্ঞানআঁধাৰ নাশা ;
দিয়া তত্ত্বজ্ঞান কৰা পৰিত্ৰাণ
তোমাৰ চৰণে ৰাখা।

## কৰ্ম্মযোগী স্তোত্ৰ ।

ধৰ্ম্ম জ্ঞান কৰি কৰ্ম্ম কৰে সদা
ফলত আশক্তিহীন ;
বিষয়ত থাকি বিষয়বিৰাগী
কৰ্ম্মযোগী সেহি জন ।
কৰ্ম্মক নকৰি জ্ঞান লাভ কৰা
জানিবা অতি কঠিন ;
সন্ন্যাসী মাত্ৰেই সিদ্ধিক নাপায়
কৰ্ম্মেসে ধৰ্ম্মৰ চিন ।
জনকাদি কৰি ৰাজৰ্ষী সকলে
কৰ্ম্ম কৰি সিদ্ধি পাই ;
লোককো ধৰ্ম্মত ৰাখিবৰ হেতু
কৰ্ম্ম বিনে গতি নাই ।
জ্ঞানী বা অজ্ঞানী পশু-পক্ষী নৰ
কৰ্ম্মশূন্য জীৱ নাই ;
কৰ্ম্মত প্ৰবৃত্তি প্ৰকৃতিৰ গুণ
মোক্ষৰো কৰ্ম্ম উপায় ।
কৰ্ম্ম ত্যাগ কৰি সন্ন্যাসীৰ বেশ
মনত ভোগৰ আশ ;
সিতো মতিছন্ন কপট আচাৰি
নাচাপা তাহাৰ পাশ ।

বেদকৰ্ম্ম বিনে কৰ্ম্মৰ বন্ধন
নোৱাৰা এৰাইবে জানি ;
আন কৰ্ম্ম এৰি বেদকৰ্ম্ম কৰা
গীতাৰ বচন মানি।
কৰ্ম্ম আৰু ত্যাগ দুই পন্থ মাত্ৰ
মোক্ষৰে দুয়ো সাধন ;
তথাপিও জানা কৰ্ম্ম শ্ৰেষ্ঠতৰ
গীতাৰ সাৰ বচন।
হিংসাশূন্য মন ফলাকাঙ্ক্ষা নাই
সন্ন্যাসৰ সেয়ে চিন ;
সংসাৰত থাকি পৰম আনন্দ
বিষয়-বন্ধনহীন।
পুত্ৰদাৰ আদি আশে যত কৰ্ম্ম
কাম্য কৰ্ম্ম বুলি জানি ;
কাম্যকৰ্ম্মন্যাস আচল সন্ন্যাস
ফলত্যাগ শ্ৰেষ্ঠ মানি ;
অন্তৰ আত্মাত ঈশ্বৰক চিন্তি
বাহিৰত কৰ্ম্ম কৰে
সেয়ে জ্ঞানবান পুৰুষ প্ৰধান
কৰ্ম্মযোগী নাম ধৰে।
কৰ্ম্মযোগী প্ৰভু নমস্কাৰ কৰোঁ
হোক মোৰ কৰ্ম্মজ্ঞান ;

তোমাৰ চৰণে ভক্তি যেন থাকে
নৰৰূপী নাৰায়ণ।



## কাকূতি।

নমো নমো ভগৱন্ত দীনৰ শৰণ
নমো দেৱ জগত ঈশ্বৰ ;
নমস্তে করুণাসিন্ধু মোক্ষৰ উপায়
নমো দেৱ পালক বিশ্বৰ।
পিতা দুঃখপৰিত্রাতা অনাথবান্ধৱ
গতিমুক্তিসম্পদৰ হেতু ;
অপাৰ সংসাৰ দেখোঁ নাই পাৰাপাৰ
তুমিয়েসে উদ্ধাৰৰ সেতু।
পাপগ্ৰহে পৰিপূৰ্ণ দুস্তৰ সাগৰ
তযু কৃপানাও মাত্ৰ সাৰ ;
কেনিও নেদেখোঁ পাৰ মোহে ঢাকি আছে
কৃপা কৰি কৰা প্ৰভু পাৰ।
সদায় আকুল প্ৰাণ মৃত্যুৰ ভয়ত
দিয়া প্ৰভু কৃপামৃত দান ;
পাপ তাপ দূৰ কৰি দেৱ ভগৱন্ত
কৰা প্ৰভু মোক পৰিত্ৰাণ।



# অভাজনৰ স্তুতি ।

তোমাৰ মহিমা অশেষ অপাৰ
নজানিয়া তাৰ অন্ত ;
স্তুতি কৰিবাৰ যদি যোগ্য নোহোঁ
এই সাৰ ভগৱন্ত ।
ব্ৰহ্মা আদি দেৱে নপাৱন্ত কেৱে
তোমাৰ মহিমাপাৰ ;
তেৱে জানো মই তাসম্বাৰো নাই
স্তুতি-কৰা অধিকাৰ ।
নিজ বুদ্ধি মতে স্তুতি কৰে সবে
হেন জানি দয়া কৰা ;
বুদ্ধি অনুসৰি ময়ো স্তুতি কৰোঁ
চৰণে চপাই ধৰা ।
বাক্যৰো অতীত মনৰো অতীত
বেদেও বিচাৰি চাই ;
অব্যক্ত ঈশ্বৰ ব্যক্ত নানাৰূপে
অতি সাৱধানে কয় ।
সুৰাসুৰনৰে বুদ্ধি অনুসাৰে
পূজে নানা ৰূপ কৰি ;
ভক্তৰ কাৰণে তুমি ভগৱন্ত
আছা নানা ৰূপ ধৰি ।

অমৃত সমান অমিয় বচন
তোমাৰে কৃপাৰ দান ;
ব্ৰহ্মাৰ স্তুতিয়ে তেৱেঁ কিনোমতে
মুহিব তোমাৰ মন ।
পবিত্ৰ কৰিম দেহ বাক্য মন
তোমাৰ গুণকে গাই ;
গুণগান বিনে মই পতিতৰ
আন গতি একো নাই ।
সত্ত্ব ৰজ তম গুণৰ বিকাৰ
ব্ৰহ্মা বিষ্ণু শিৱ ৰূপ ;
অব্যক্ত ভাৱত নিগুৰ্ণ সততে
নিৰাকাৰ নাই ৰূপ ।
ভূমি আদি কৰি পঞ্চ মহাভূত
মন বুদ্ধি অহঙ্কাৰ ;
ৰূপ ৰস আদি তন্মাত্ৰ সকল
প্ৰকৃতি সৃষ্টিৰ পাৰ ।
কৰ্ম্মজ্ঞান ভাগে দশ ইন্দ্ৰিয়
চৌবিশ তত্ত্বৰ সাৰ ;
সুখ দুখ আদি ক্ষেত্ৰজ সকল
ইন্দ্ৰিয়-বৃত্তি বিকাৰ ।
ইসব জটিল মহা মহা তত্ত্ব
বুজিবে নপাৰি আমি ;

তোমাৰ চৰণে শৰণ পশিলোঁ
উদ্ধাৰ কাৰাহা স্বামী।
জগতৰ শ্ৰষ্টা আছে কিনো মতে
ক'ত বা তেওঁৰ স্থান ;
কিবা অভিপ্ৰায়ে জগত সৃজিলে
তৰ্ক কৰে বহুমান ;
ঋষিয়ে ঋষিয়ে বাদ প্ৰতিবাদ
শাস্ত্ৰৰো নাহিকে অন্ত ;
বিশ্বাসত বিনে তৰ্কত নপাওঁ
জানি নমো ভগৱন্ত।
অনুমাত্ৰ জীৱ সৃষ্টি কৰিবাৰ
অক্ষম যি নৰ হয় ;
বিশ্বজগতৰ সৃষ্টিকৰ্ত্তা নাই
কি যুক্তিবলত কয় ?
বেদশাস্ত্ৰ বহু ঋষিমত নানা
নপাওঁ তাহাৰ অন্ত ;
মই অল্পমতি তুমিয়েসে গতি
জানি আছোঁ ভগৱন্ত।
কতো জনে কয় জগত অক্ষয়
নিত্য বিশ্বচৰাচৰ ;
অনিত্য সংসাৰ কয় আৰু জনে
মায়াৰে মাথোঁ বিকাৰ ;

মই জ্ঞানহীন অতি মূঢ়মতি
তর্ক-যুক্তি পৰিহৰি ;
নিজ সাধ্য মতে তোমাৰ চৰণে
স্তুতি কৰোঁ পৰি পৰি

## স্বৰস্বতী স্তুতি।

শুভ্ৰ পদ্মআসনত শুক্ল বস্ত্ৰ পিন্ধি
শুভ্ৰ পুস্পে শোভা শুভঙ্কৰী ;
বৰবিধায়িনী শুভ্ৰ কোমল কৰত
শুভ্ৰ বীণা উঠিছে ঝঙ্কাৰি।
তোমাৰ কৃপাত জ্ঞান লভে মূৰ্খ নৰে
অবিদ্যাকে তুমি কৰা নাশ ;
বেদ আদি যত শাস্ত্ৰ তোমাৰ কৃপাত
তুমি কৰা সত্যৰ প্ৰকাশ।
সুৰাসুৰ যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ
ঋষিমুনি বন্দিত চৰণ ;
দিব্যজ্ঞান কৰা দান জ্ঞানৰ ঈশ্বৰী
সেই পদে পশিলোঁ শৰণ।

——o——

## সূৰ্য্য স্তোত্ৰ ।

আদি দেৱ দিবাকৰ কাশ্যপকুমাৰ
উগ্ৰ মূৰ্ত্তি শ্বেত পদ্মধৰ ;
শোভন সপ্তাশ্বৰথে অতি দীপ্তিমান
প্ৰণামোহো প্ৰভু প্ৰভাকৰ ।
লোহিত বৰণ দেৱ জ্যোতিৰ্ম্ময় ৰূপ
অন্ধকাৰ কৰা বিনাশন ;
মহাতেজে দীপ্তিমন্ত অনন্ত শকতি
জীৱশক্তি তোমাৰ কিৰণ ।
বিবৰ্ত্তন বিবশ্বান মাৰ্ত্তণ্ড ভাস্কৰ
তুমি দেৱ তাপন তপন ;
গ্ৰহৰ ঈশ্বৰ তুমি ৰোগশোক হৰা
নমো দেৱ সূৰ্য্য ভগবান ।

## পৰমাত্মা স্তোত্ৰ ।

অন্তৰন্ত ইতো দেহা পৰম নশ্বৰ
আজি আছে কালি পৰি যাই ;
আত্মা নিত্য অবিনাশ অজৰ অমৰ
পৰিচ্ছেদ একো তাৰ নাই ।
পুৰণি বসন লোকে পৰিত্যাগ কৰি
পিন্ধে যেনে নতুন বসন ;

জীৰ্ণ দেহা পৰিহৰি আত্মায়ো সিদৰে
কৰে দেহা নতুন গ্ৰহণ।
নোপোৰে অগ্নিত আত্মা অস্ত্ৰে নকাটয়
বতাহতো শুকাই নাযায়;
পানীত পৰিও আত্মা কদাপি নপচে
একোতেই বিকাৰ নহয়।
ইয়াক কাটিম মই ইয়াক মাৰিম
যি সকলে এইদৰে কয়;
অবধ্য আত্মাৰ ৰূপ নাজানিয়ে কয়
আত্মা সদা অক্ষয় অব্যয়।
মন আদি ইন্দ্রিয়ৰ আত্মা অগোচৰ
কৰ্ম্মেন্দ্ৰিয়ে নাপায় বিচাৰি;
সৰ্ব্ব গত স্থিৰ নিত্য অব্যক্ত স্বৰূপ
দেহা তাৰ নোহে অধিকাৰী।
জন্মিলে মৰণ হব মৰিলে জনম
অতি স্থিৰ প্ৰকৃতিৰ ৰীতি;
পৰম ব্ৰহ্মত শেষে নিজক সমৰ্পি
তেৱে পায় আত্মায় নিষ্কৃতি।
স্থিৰ মনে ধ্যান কৰা আত্মাৰ স্বৰূপ
চিত্ত কৰি ব্ৰহ্মত স্থাপন,
তেৱে হব ব্ৰহ্মপ্ৰাপ্তি সেয়ে ব্ৰহ্মজ্ঞান
জানা ইতো গীতাৰ বচন।

নমো নমো পৰমাত্মা ব্ৰহ্মাৰ স্বৰূপ
তুমি হন্তে ব্ৰহ্মদৰশন ;
জনমমৰণৰ দুঃখহৰণৰ হেতু
দিয়া প্ৰভু সমূল নিৰ্ব্বাণ।

## ভক্ত-স্তুতি।

শুদ্ধচিত্ত ভয়হীন ইন্দ্ৰিয়সংযমী
জ্ঞানযোগে সদা নিষ্ঠাবান ;
নিষ্কাম ভাৱত কৰে বেদকৰ্ম্ম যত
সৰ্ব্বভূতে অতি দয়াবান।
সৰল কোমল মন শান্ত সত্যবাদী
ক্ষমাশীল পবিত্ৰ অন্তৰ ;
লোভহিংসাশূন্য মন ধীৰ অচঞ্চল
পৰশ্ৰীত নহয় কাতৰ।
মই পূজ্য ভাব নাই দম্ভক্ৰোধহীন
বিষয়ত অনাসক্ত মন ;
ঈশ্বৰভকত জানি নমস্কাৰ কৰি
তযু পদে পশিলোঁ শৰণ।

## গীতাসাৰ স্তুতি । (২)

ধৰ্ম্মত প্ৰবৃত্তি নাই অধৰ্ম্মত মন
অনাচাৰী পবিত্ৰতাহীন ;
সততে স্বাৰ্থৰ চিন্তা বিষয়ী পৰম
কৰে সদা আত্ম পৰ ভিন ।
শত-আশাপাশে বদ্ধ কামভোগে ৰতি
বঞ্চনাতে ধন উপাৰ্জ্জন ;
মদগৰ্ব্বে অন্ধপ্ৰায় ঘোৰ অত্যাচাৰী
নৰাকাৰে পশুৰ সমান ।
অসুৰৰ জন্ম পায় জনমে জনমে
দূৰ হয় ঈশ্বৰৰ হস্তে ;
মুক্তি তাৰ বহু দূৰ জানিবা নিশ্চয়
ঘোৰ শাস্তি জীৱনৰ অন্তে ।
কাম ক্ৰোধ লোভ তিনি নৰকৰ পথ
জানি সত্য গীতাৰ বচন ;
নোৱাৰি এৰাইবে প্ৰভু পৰম ঈশ্বৰ
তোমাতেই পশিলোঁ শৰণ ।



# দুর্গানাম স্তুতি।

সতী সাধ্বী মহামায়া ভবানী ভবমোচনী ;
আৰ্য্যা দুর্গা জয়া আদ্যা ত্রিনেত্রা শূলধাৰিণী।
পিনাকধাৰিণী চিত্রা চণ্ডঘণ্টা মহাতপা।
মন বুদ্ধি অহঙ্কাৰা সৰ্ব্ববিদ্যা মহাজপা।
সৰ্ব্বমন্ত্রময়ী দেবী অনন্ত ভৱভাবিনী ;
অপর্ণা অনেকবর্ণা পট্টাম্বৰ বিভূষিণী।
অনেক বিক্রমা দেবী মহিষাসুৰমৰ্দ্দিনী ;
মধুকৈটভ হন্ত্রীও চণ্ডমুণ্ডবিনাশিনী।
সৰ্ব্বাসুৰ বিনাশা ও সৰ্ব্বদানৱঘাতিনী ;
অনেকহস্তা বৰদা সৰ্ব্বশস্ত্রাস্ত্রধাৰিণী।
কিশোৰী যুবতী বৃদ্ধা সৰ্ব্বশক্তিপ্রদায়িনী ;
বনদুর্গা মাতঙ্গিনী সৰ্ব্ববাহনবাহিনী।
দুর্গানাম লোৱা হব শত্রুৰ বিনাশ ;
দুর্গা দুর্গা বুলি কৰা পাতকৰ নাশ।



## অক্ষৰ ব্ৰহ্মস্তোত্ৰ ।

চক্ষুৰাদি ইন্দ্ৰিয়ৰ অগোচৰ তুমি
তুমি দেব নিৰ্গুণ অক্ষৰ ;
ধ্যানৰ অগম্য তুমি আকাৰবিহীন
পৰমাত্মা অব্যক্ত ঈশ্বৰ ।
নিৰ্লিপ্ত পৰমব্ৰহ্ম সত্য সনাতন
আদিদেৱ জগতকাৰণ ;
স্থূল হন্তে স্থূলতৰ অতি সূক্ষ্মৰূপী
স্থূল দৃষ্টি নাপায় দৰ্শন ।
স-গুণ শৰীৰী তুমি গুণৰো আকৰ
প্ৰকৃতিত তোমাৰ বিকাশ ;
ইচ্ছাময় তুমি দেৱ সৰ্ব্বৰূপ ধৰা
নানাৰূপে কৰিছা প্ৰকাশ ।
যোগী ঋষি মুনীন্দ্ৰেও ধ্যানযোগ কৰি
পোৱা নাই মহিমাৰ অন্ত ;
তুমি দেৱ কৃপাময় ময় তযু দাস
জানি কৃপা কৰা ভগৱন্ত ।

# জগদ্ধাত্ৰী স্তুতি।

আধাৰ অধেয় তুমি বিশ্বজগতৰ
ধৃতিৰূপ তুমি ধৰা ;
জগতধাৰিণী দেবী অচলাস্বৰূপা
জগতৰো ভাৰ হৰা।
সবাকাৰে দেবী তুমি শক্তিস্বৰূপিণী
শক্তিৰূপ আছা ধৰি ;
শাক্তাচাৰপ্ৰিয়া তুমি শাক্তৰ পূজিতা
সেৱা কৰোঁ তযু পাৱে পৰি।
ভকতৰ জয়দাত্ৰী আনন্দৰূপিণী
দেবাসুৰ নৰপ্ৰপূজিতা ;
জয় জয় জগদ্ধাত্ৰী জগতব্যাপিনী
জয় জয় জগতৰ মাতা।
অনু পৰমানু তুমি স্থূলসূক্ষ্মৰূপা
প্ৰাণাপান তুমি পঞ্চবায়ু ;
কালাকাল সৰ্ব্বৰূপা বৰপ্ৰদায়িনী
জীৱ মাত্ৰে তুমি পৰমায়ু।
মহেশ্বৰী বৰাঙ্গনে আদ্যা মহামায়া
দয়াৰূপা দুঃখবিমোচনী ;
তোমাৰ চৰণে আই শৰণ পশিলোঁ
ৰক্ষা কৰা শক্তি সনাতনী।

———o———

## গীতাসাৰ স্তোত্ৰ। (৩)

ফলত নকৰি আশ কৰ্ত্তব্যক মানি
কৰ্ম্ম কৰে সেয়ে মহাজন ;
আচল সন্ন্যাসী;তেওঁ যোগীৰ প্ৰধান
জানা ইটো গীতাৰ বচন।
কৰ্ম্মক আশ্ৰয় কৰি যোগী যোগ কৰে
যোগসিদ্ধি কৰ্ম্মৰ কাৰণ
কৰ্ম্ম বিনে নিষ্কৰ্ম্মক যোগীও নাপায়
কৰ্ম্মযোগ মোক্ষৰ সাধন।
সংকল্প বিকল্প নাই বিকাৰৰহিত
কৰ্ম্ম কৰে সদায় নিষ্কাম ;
নিজ আত্মা সম জ্ঞান সকলো জীৱক
সেহি যোগী চৰণে প্ৰণাম।
আত্মায় আত্মাৰ মিত্ৰ পৰম বান্ধৱ
শত্ৰুভাৱ আত্মাৰে বিকাৰ ;
আত্মামনবিৰোধত ঘোৰ যুদ্ধ হয়
আত্মজয় শত্ৰুৰ সংহাৰ।
পবিত্ৰ মানবী দেহা পুণ্যকৰ্ম্মভূমি,
কুৰুক্ষেত্ৰ তীৰ্থৰ সমান ;
দশেন্দ্ৰিয় দশবৃত্তি কৌৰৱৰ প্ৰায়
অন্ধমন ধৃতৰাষ্ট্ৰ যেন।

প্রপঞ্চ পাণ্ডুৰ পুত্ৰ পাণ্ডব সহিত
চলে ঘোৰ কুৰুক্ষেত্ৰৰণ ;
ধৰ্ম্মৰ পক্ষত থাকে সাৰথি মাধৱ
সঞ্জয় মনৰ দিব্যজ্ঞান।
সুসংযত দেহমন অতি স্থিৰ চিত্ত
নিৰ্ব্বিকাৰ অচঞ্চল প্ৰাণ ;
পৰমাত্মা সমাহিত কৰি আত্মামন
যোগী কৰে ব্ৰহ্ম-আৰাধন।
ময় দেৱ কৰ্ম্মশূন্য জ্ঞানভক্তিহীন
তুমি সে কেৱল মোৰ আশ ;
কৃপাময় তুমি হৰি দোষ ক্ষমা কৰি
কৰা মোক চৰণৰ দাস।

# গীতাসাৰ স্তোত্ৰ। (৪)

পাৰ্থিব যতেক মানে মনৰ বাসনা
একেবাৰে যি কৰে বিনাশ ;
আত্মাতে আত্মাৰ তুষ্টি নিৰ্ব্বিকাৰ মন
মুক্তি মোক্ষ তাতো নাই আশ।
দুখত উদ্বেগ নাই সুখত বিৰাগ
ভয়ক্ৰোধশূন্য যাৰ মন ;

শুভাশুভ লাভালাভ সমান যাহাৰ
স্থিতপ্ৰজ্ঞ পুৰুষ প্ৰধান।
ইন্দ্ৰিয়ৰ বস্তু হন্তে ইন্দ্ৰিয়সকল
আত্মাতেই কৰে সংৰক্ষণ;
কাছয় যি দৰে দেখা শৰীৰৰ মাজে
কৰি ৰাখে অঙ্গ সঙ্কোচন।
ইন্দ্ৰিয়ক বঞ্চি ৰাখি বিষয়ত ভোগ
কৰে দেহা কঠিন শাসন;
তাকে যোগ বুলি ভাবি কৰে অভিমান
মুক্তি নাই বিনে ব্ৰহ্মজ্ঞান।
ইন্দ্ৰিয়ৰ সঙ্গ এৰি ভক্তিৰ সহিত
ঈশ্বৰত অৰ্পি হিয়া মন;
কৰ্ত্তব্যজ্ঞানত কৰা নিষ্কাম কৰ্ম্মক
সিদ্ধি হব পাবা ব্ৰহ্মজ্ঞান।
শুনিও ইসব তত্ত্ব গীতাৰ বচন
মোৰ দেখোঁ পাপতেই মতি;
কৃপা কৰি ৰক্ষা কৰা দেৱভগৱন্ত
তুমিয়েসে অগতিৰ গতি।

---o---

# গীতাসাৰ স্তোত্ৰ। (৫)

তুমি বিনে আৰু নাই জানিছোঁ নিশ্চয়
তুমি আছা বিয়াপি জগত ;
জগতৰ বস্তু মানে তোমাতেই আছে
মণি-গথা সূত্ৰত যিমত।
জলৰ তুমিয়ে ৰস বেদৰ ওঁকাৰ
শশীসূৰ্য্য বিজুলীৰ প্ৰভা ;
আকাশৰ তুমি শব্দ অগনিৰ তেজ
দীপ্তিমন্ত উজ্জ্বলৰ আভা।
তেজস্বীৰ বলবুদ্ধি বিদ্বানৰ বিদ্যা
তুমি দেৱ জীৱৰ জীৱন ;
অনাদি অনন্ত তুমি অক্ষয় অব্যয়
সৃষ্টি-স্থিতি প্ৰলয়-কাৰণ।
মৰণৰ-ভয়-নাশী মুক্তিৰ উপায়
এক মাত্ৰ তোমাৰ ভজন ;
তোমাকেই জানি নৰে ব্ৰহ্মপদ পায়
তুমি ব্ৰহ্ম মোক্ষৰো কাৰণ।
ত্ৰিকালজ্ঞ তুমি দেৱ তুমি সৃষ্টি কৰা
ভবিষ্য অতীত বৰ্ত্তমান ;
সকলোকে জানা তুমি জ্ঞানৰ অতীত
মায়াৰূপী জগতৰ প্ৰাণ।

অধিভূত অধিদৈব অধিযজ্ঞচয়ে
    কৰে যদি তোমাৰ ভজন ;
যোগভ্রষ্ট কদাপিও নহয় সিজন
    ধ্রুব সত্য গীতাৰ বচন।
নাই শ্রদ্ধা ভক্তি জ্ঞান পাপতেই মতি
    দানধ্যান নাই তাৰ লেশ ;
চৰণত পৰি কৰোঁ কাতৰে কাকূতি
    ৰক্ষা কৰা মোক হৃষীকেশ।

## দশাৱতাৰ স্তোত্ৰ।

দশৰূপী ভগবান কৰোঁ নমস্কাৰ,
প্রথমতে মৎস্যৰূপে বেদৰ উদ্ধাৰ।
পিঠিত ধৰিবে লাগি ধৰণীৰ ভাৰ,
দ্বিতীয়ত ধৰিয়াছা কচ্ছপ আকাৰ।
পুনৰপি বৰাহৰ ৰূপ ধৰি তুমি,
হেলায় দন্তৰ অগ্রে উদ্ধাৰিলা ভূমি।
নৰসিংহৰূপ ধৰি নখে বিদাৰিলা,
হিৰণ্যকশিপু প্রভু হেলায় নাশিলা।
বামনৰ ৰূপ ধৰি বলিক ছলিলা,
অতিদান বেয়া তাৰ নিদর্শন দিলা।

পশু ৰামৰূপ ধৰি সংহৰিলা ভাৰ,
নিক্ষত্ৰিয় কৰি ভূমি তিনি সাত বাৰ।
ৰামচন্দ্ৰৰূপে দেৱ ধৰি অৱতাৰ,
অত্যাচাৰী ৰাৱণক কৰিলা সংহাৰ।
বলৰাম ৰূপে তুমি ভক্তৰ সহায়,
হলধৰি নাশ কৰা দুষ্ট ৰিপুচয়।
বুদ্ধৰূপে কৰিয়াছা দয়াৰ প্ৰচাৰ,
ম্লেচ্ছনিধনৰ হেতু কল্কি-অৱতাৰ।
ধৰ্ম্ম থাপনৰ হেতু আপোন মায়াত,
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।
তুমিয়েসে গতি মোৰ গতি নাই আন
দশৰূপী ভগবান কৰা পৰিত্ৰাণ।

## গণেশ স্তোত্ৰ।

সিন্দুৰৰ ধাৰে শোভিত সুন্দৰ
দুই গণ্ডস্থল যাৰ ;
বিঘ্নবিনাশন একদন্তধাৰী
কৰোঁ মই নমস্কাৰ।
ব্ৰহ্মাৰ বন্দিত শুভবৰদাতা
পাৰ্ব্বতীৰ প্ৰিয় পুত্ৰ ;

তপ্তকাঞ্চনৰ সদৃশ বৰণ
বিষধৰ যজ্ঞ সূত্ৰ।
সৰ্ব্বসিদ্ধিদাতা দেৱ গণপতি
লম্বোদৰ গজানন ;
বাঞ্চা কল্পতৰু জগতৰ গুৰু
সেবোহোঁ তযু চৰণ।

## ঈশস্তুতি।*

তোমাৰ মহিমা পৰম ঈশ্বৰ
বিশ্বৰ পালক তুমি ;
অতি কাৰুণিক পৰম দয়ালু
ধৰ্ম্মবিচাৰৰ স্বামী।
তোমাকে প্ৰণামো কৃপা ভিক্ষা কৰোঁ
পোন বাটে নিয়া মোক ;
যি পোন বাটত চলিছে সদায়
তযু কৃপাপাত্ৰ লোক।
কোপত পতিত যি পথত চলে
সি পথে নিনিবা মোক ;
নাইবা চলিছে যি পথত প্ৰভু
পথভ্ৰষ্ট যত লোক।

* মুছলমানৰ আদি স্তুতি
আল্‌হাম দুলিল্লাৰ ভাঙনি।

# পৰমব্ৰহ্ম স্তোত্ৰ।

মন বুদ্ধি অহঙ্কাৰ চিত্ত নোহা তুমি
নোহা তুমি কৰ্ম্মেন্দ্ৰিয়চয় ;
পঞ্চভূত নোহা তুমি চিদানন্দৰূপ
পৰি কৰোঁ নমস্কাৰ মই।
প্ৰাণৰূপ পঞ্চবায়ু আৰু সপ্তধাতু
অন্নময় পঞ্চকোষ যত ;
সবাৰোঁ অতীত তুমি চৈতন্যস্বৰূপ
নমস্কাৰ কৰোঁ লক্ষ শত।
ৰাগদ্বেষ ধৰ্ম্মাধৰ্ম্ম-কাম-মোক্ষহীন
বেদ যজ্ঞ তীৰ্থ আদি আৰ
ইসবো নোহাৱা তুমি জগভূপ
তোমাকেই কৰোঁ নমস্কাৰ।
পিতা মাতা গুৰু শিষ্য ভেদাভেদ নাই
নিৰ্ব্বিকল্প নিত্য নিৰঞ্জন ;
নিৰাকাৰ সত্য শিৱ জ্যোতিৰ্ম্ময়ৰূপ
তোমাতেই পশিলোঁ শৰণ।

# শনি স্তুতি।

সুৰাসুৰ যক্ষৰক্ষ গন্ধৰ্ব্ব কিন্নৰ
কিম্পূৰুষ উৰগেন্দ্ৰ আৰু বিদ্যাধৰ।
বিষমত থাকা যদি তুমি শনিদেৱ
নিশ্চয় বিনাশ তাৰ জানি কৰোঁ সেৱ।
নৰেন্দ্ৰ মৃগেন্দ্ৰ হস্তী পশু পক্ষী নৰ
কীট আদি ক্ষুদ্ৰ জীৱ ভূচৰ খেচৰ।
বিষমত তাৰো যদি থাকা তুমি দেৱ
নিশ্চয় বিনাশ তাৰ জানি কৰোঁ সেৱ।
দেশ দুৰ্গ সৈন্য আৰু সেনানী নিবাস
তোমাৰ কোপত পায় সকলো বিনাশ।
কুপিত তোমাৰ দৃষ্টে পৰে যত দেৱ।
নিশ্চয় বিনাশ তাৰ জানি কৰোঁ সেৱ
স্তৱ স্তুতি নাজানোহোঁ কৃপা কৰা দেৱ
নিজ গুণে তুষ্ট হোৱা পদে কৰোঁ সেৱ।

# মহামায়া স্তুতি।

নমো নমো মহামায়া দেৱৰ ঈশ্বৰী
হৰে পূজা কৰে যাৰ কমলচৰণ ;
নমো নমো ব্ৰহ্মবিদ্যা দিব্য জ্ঞানদাত্ৰী
মুক্তি মোক্ষ সবাৰো কাৰণ।
অজ্ঞান তিমিৰ হন্তে জ্ঞান জ্যোতি দিয়া
দিব্যচক্ষু কৰা উন্মিলন ;
শোক তাপ দূৰ কৰা জগতজননী
নাশ কৰা মায়াৰ বন্ধন।
ক্ষমাশীলা স্নেহময়ী মূৰ্ত্তিমতী দয়া
মুক্ত কৰা মুক্তিবিধায়িনী ;
কুপুত্ৰ যদিও ময় অযোগ্য তোমাৰ
পুত্ৰ তেওঁ তোমাৰে জননী।

# মহাদেৱ স্তুতি।

প্ৰভু ঈশ অনীশ অশেষ গুণৰ,
তুমি আকৰ পালক দিনজনৰ।
তুমি সাধিছা সদগতি দেৱসবৰ,
নাশি দোৰ্ঘোৰ যুদ্ধত দৈত্যকুলৰ।

তুমি পৰ্ব্বতনন্দিনী পাৰ্ব্বতী সঙ্গে,
ৰাজিছা ধৰি শত শশী কৰঅঙ্গে।
বিধি বিষ্ণু মিলি সদা পাদোপৰি,
স্তুতিবাদ কৰে বহু যুগ ধৰি।
শশীলাঞ্ছিত শোভিত সুন্দৰ ভাল,
তুমি পিন্ধিছা কঙ্কালে ব্যাঘ্ৰৰ ছাল।
নয়ন ত্ৰয় শোভিত আনন যাৰ,
পৰি পৰি বন্দোহোঁ পদযুগ তাৰ।
বৰদাভয় শূল বিষাল ধৰি,
আছা উদ্ভব পালন নাশ কৰি।
মই পাতকী অজ্ঞানী হীনমতি,
তথু কিঙ্কৰ শঙ্কৰ সাধা গতি।

## চন্দ্ৰমৌলী স্তোত্ৰ।

পূৰ্ব্বকৰ্ম্মপ্ৰসঙ্গত বহু পাপ আচৰাত
মাতৃ-কুক্ষিত থকাত মই,
বিষ্ঠা-মুত্ৰ সংযুক্ত জঠৰত পৰি থাকি
দুখ-ক্লেশৰ সীমা নাই।
সেই সেই দুখৰ কথা মনে পৰিলে
হৃৎপিণ্ড হয় কম্পমান,

ৰক্ষা অন্য উপায়ে নহয়ে জানো কৰা
চন্দ্ৰমৌলী পৰিত্ৰাণ।
বাল্যত ক্ৰীড়াপ্ৰসক্ত তৰল শিশুমতি
ধূৰ্জটিৰ ধ্যানশূন্য ;
নিদ্ৰা তন্দ্ৰা প্ৰযুক্ত বসন বিৰহিত
বৰ্জ্জিত পাপ পুণ্য।
অল্প মাত্ৰ দুখত ৰোদন কৰোঁ সদা
ক্ষুদ্ৰ চিন্তাত পীড্যমান ;
ৰক্ষা অন্য উপায়ে নহবয়ে জানো কৰা
চন্দ্ৰমৌলী পৰিত্ৰাণ।
প্ৰৌঢ়াবস্থা যৌবনত সুতধন যুবতীৰ
সঙ্গ সুখে হৃতজ্ঞান ;
বৃদ্ধত্বতঁ হীনবুদ্ধি বিষয় বিষধৰৰ
বিষে ধ্বংশিকৃত প্ৰাণ !
ৰক্ষা অন্য উপায়ে নহবয়ে জানো কৰা
চন্দ্ৰমৌলী পৰিত্ৰাণ।

# স্তুতি।

ৰূপ নাই প্ৰভু তথাপি তোমাৰ
অন্তৰত ৰূপধ্যান ;
বাক্যৰ অতীত জানিও তোমাক
স্তুতি কৰোঁ বহুমান।
সৰ্ব্বব্যাপী তুমি জানিও নিশ্চয়
তীৰ্থাদিক যাওঁ ঘনে ;
জ্ঞানকৃত মোৰ ই তিনি পাতক
ক্ষমা প্ৰভু নিজ গুণে।

